বুৰঞ্জী-মূলক পাঁচ অঙ্কীয়া নাট

# কনৌজ-কুঁৱৰী

বা

# হিন্দুস্থান-বিজয়

১ম অভিনয় নিশা—১লা নবেম্বৰ ১৯২৪

উত্তৰ গুৱাহাটী ছাত্ৰ-সমাজ, কুমাৰ-ভাস্কৰ-মঞ্চ, গুৱাহাটী


ৰচক

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল্, বি-টি

উজান বজাৰ

গুৱাহাটী





২য় তাঙৰণ

১৮৬৭ শক


বেচ ১৸৹ পোনে দুটকা


Selling Agents.

Chapala Book Stall.

SHILLONG.

# নিবেদন

এই 'কনৌজ-কুঁৱৰী' নাটখনি ৰচনা কৰোঁ ১৯২৩ চনত—কটন কলেজৰ ১ম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ অৱস্থাত। ১৯২৪ চনৰ ১লা নবেম্বৰত উত্তৰ গুৱাহাটীৰ ছাত্ৰসমাজে পোন-প্ৰথমে ইয়াক কামৰূপ-ৰঙ্গমঞ্চত তোলে। সেই দিনা লিখকৰ নাটৰ প্ৰথম অভিনয়ৰ দিন হিচাপে আৰু ১৯২৬ চনৰ সৰস্বতী পূজাৰ দিনা গুৱাহাটীৰ একতাসভাৰ সভাসকলে প্ৰথমে এই নাট অতি কৃতকাৰ্য্যতাৰে অভিনয় কৰা হিচাপে আমাৰ জীৱনৰ স্মৰণীয় দিন, গতিকে এই প্ৰসঙ্গতে সেই দুই অভিনয়ৰ প্ৰধান উদ্যোগী বন্ধুসকলৰ বিশেষভাবে শলাগ লৈছোঁ। তাৰ পিছতো হাতে-লিখা অৱস্থাতে কামৰূপ আৰু গোৱালপাৰা জিলাৰ গাঁৱে-ভূঞে বহু ঠাইত আৰু শিৱসাগৰ, জ'াজী, গোলাঘাট আদিৰ ৰঙ্গমঞ্চতো এই নাটৰ অভিনয় হৈ গৈছে—বহুতক নকল জোগাৰ নোৱাৰি বিমুখ কৰিবলগীয়াও হৈছিল। শ্ৰদ্ধাস্পদ শ্ৰীযুত পদ্মধৰ চলিহা এম-এ, বি-এল, শ্ৰীযুত উমেশচন্দ্ৰ চৌধাৰী বি-এল, শ্ৰীযুত জীৱেশ্বৰ গোস্বামীদেৱৰ ৰচনাৰ কেইটামান গীত আমি এই নাটত ব্যৱহাৰ কৰিছোঁ। তেওঁলোক সকলোলৈকে আমাৰ আন্তৰিক শলাগৰ শৰাই আগবঢ়ালোঁ।

কেইবাজনো গধূৰ দায়িত্বৰ বাব লোৱা বন্ধুৰ অসাৱধানতাত এই নাটখনিৰ আশা এৰি দিবলগীয়াই হৈছিল। অৱশেষত 'অসমীয়া' কাৰ্য্যালয়ৰ কৰ্ম্মচাৰী বন্ধুবৰ শ্ৰীযুত নিত্যানন্দ বৰদলৈদেৱৰ অনুগ্ৰহত এটা পুৰণি নকল সংগ্ৰহ কৰিব পাৰিহে এই নাট আজি পোহৰলৈ উলিয়াবলৈ সমৰ্থ হলোঁ। বৰদলৈদেৱৰ ওচৰত আমি বিশেষ ধৰুৱা।

অৱশেষত এয়েই কবলগীয়া যে মূলকথাত আমি লাগতিয়াল ভাবে বুৰঞ্জীৰ আলম লৈ আৱশ্যকমতে অসমীয়া নাটঘৰৰ উপযোগী উপাদান যোগ-বিয়োগ কৰি এনে এটা অজ্ঞানকৃত অপৰাধৰ বাবে কৃপাপ্ৰাৰ্থী হৈ এই নাট ৰচনা কৰিছো। আমি যিসকল মুচলমানৰ চিত্ৰ আকিছো তেওঁলোক আজিকালিৰ ভাৰতীয় মুচলমান নহয়—তেওঁলোক আছিল অভাৰতীয় বিদেশী মুচলমান, গতিকে এই নাটত যি সংঘৰ্ষ দেখুৱা হৈছে তাক আজিকালিৰ ভাৰতীয় হিন্দু-মুচলমানৰ ভিতৰত হোৱা বিৰোধৰ নিচিনা বুলি ধৰিলে ভুল কৰা হব। আমি দেখুৱাবলৈ চেষ্টা কৰিছো—বিদেশী মুচলমানসকল অতীজতে ভাৰতলৈ আহিবলৈ কেনেকৈ সুযোগ পালে। তদুপৰি আমাৰ প্ৰধানতম উদ্দেশ্য ইয়াকে আঁকি দেখুৱা যে হিন্দুৰ শত্ৰু মুচলমান নহয়—হিন্দুৰ প্ৰধান শত্ৰু হিন্দুৱেইহে। কবিৰ ভাষাত কবলৈ হলে—

“আৰ্য্যৰ সন্তানবোৰ থাকে যদি মিলি
হয়নে ভাৰতভূমি আজি মৰিশালি ?”

আমাৰ উদ্দেশ্য কিমানখিনিলৈ সফল হৈছে বিচাৰ কৰিব ৰাইজে। ‘কনৌজ-কুঁৱৰীয়ে’ও ‘নৰকাসুৰ’ৰ নিচিনাকৈ অসমীয়া নাটঘৰত সমাদৰ হলেই আমাৰ যাই উদ্দেশ্য সাৰ্থক হব।

মঙ্গলদৈ
২০।৫।৩৩

বিনীত.
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

# এইবাৰৰ একেষাৰ

প্ৰথম তাঙৰণ 'কনৌজ-কুঁৱৰী' নাইকিয়া হবৰ আজি ভালেমান দিন হল। আগছোৱাত আন নতুন নাট ছপোৱাৰ ফালে মনোযোগ দিয়াত আৰু আজি কেই বছৰমান আপদীয়া মহাযুদ্ধৰ আহুকলীয়া পৰিস্থিতিৰ বাবে ইমান দিনে 'কনৌজ-কুঁৱৰীয়ে' দ্বিতীয় বাৰ ৰাইজৰ আগত দেখা দিবলৈ সুযোগ পোৱা নাছিল। ৰাইজৰ ফালৰ পৰা হলে সদায় নেৰোপানী সাধনি চলিয়েই আছে। এতিয়া গ্ৰেজুৱেট ষ্টোৰৰ শ্ৰীযুত সিদ্ধিনাথ কলিতাদেৱে যুদ্ধৰ বজাৰত জুইত জাহ দি এই নাটৰ ২য় তাঙৰণৰ প্ৰকাশৰ ভাৰ লোৱাত আমিও সকাহ পাই তেখেতক ধন্যবাদ দিলো। এটা দৰ্শন আৰু দুই একাকি শুনিবলৈ ভাল-নলগা বচন কমোৱা আৰু দুই এটা গীত সলাই দিয়াৰ বাহিৰে 'কনৌজ-কুঁৱৰী'ৰ পুৰনি সাজপাৰত আন একো নতুন টাপলি মৰা নাই। আশাকৰো আগৰ নিচিনাকৈয়ে আমাৰ এই মানসী সদাশয় ৰাইজৰ সুৱাগী হৈ থাকিব। ইতি—

গুৱাহাটী
১৪।৮।৪৫

বিনীত—
শ্ৰীঅতুল হাজৰিকা

## —ঃ অৰ্পণ ঃ—

মোৰ চিৰ-আৰাধ্যা

পৰম কৰুণাময়ী জননী

শ্ৰীযুতা নিৰুপমা হাজৰিকানীৰ

শ্ৰীকৰ-কমলত

এইপাহি ভক্তি-ফুল।

# চৰিত্ৰ

## মুনিহ

| | | | |
|---|---|---|---|
| অনঙ্গপাল | ... | ... | দিল্লীৰ ৰজা |
| ভীমছা | ... | ... | ঐ মন্ত্ৰী |
| পৃথ্বীৰাজ | .. | ... | আজমীৰৰ ৰজা |
| দেৱীসিংহ | ... | ... | ঐ সেনাপতি |
| জয়চাঁদ | ... | ... | কনৌজৰ ৰজা |
| অজয়সিংহ | ... | ... | ঐ যুৱৰাজ |
| বিজয়সিংহ | ... | ... | ঐ সেনাপতি |
| মোহনলাল | ... | ... | ঐ বিদূষক |
| সমৰসিংহ [ ৰাজৰ্ষি ] | ... | ... | মেৱাৰৰ ৰাণা |
| চাহাবুদ্দিন [ মহম্মদ ঘোৰী ] | | ... | গজনিৰ চুলতান |
| কুটুবুদ্দিন | ... | ... | ঐ সেনাপতি |
| গিয়াছুদ্দিন | ... | ... | ঐ সহচৰ |

ভিল-চৰ্দ্দাৰ, ভিল-সেনা, মাতাল, কৰদৰজাসকল, মিত্ৰৰজাসকল, নিমন্ত্ৰিত-ৰজাসকল, চাৰণসকল, হুৰৰী, নগৰপাল, বালক-বালিকাসকল, বৰাগী আদি ।

## তিৰুতা

| | | | |
|---|---|---|---|
| ভাৰতমাতা | | | |
| সংযুক্তা | ... | ... | কনৌজৰ ৰাজকুঁৱৰী |
| বিজয়া | ... | ... | ঐ সখী |
| দিলজান | ... | ... | ঘোৰীৰ বন্দিতা |

সখীসকল আদি।

---

# প্রস্তাবনা

[ হিমাদ্রি-শিখরস্থ ভারত-মাতা উপবিষ্টা ; চরণ-তলস্থ পূজা-নিরত
গৈরিকবসন পরিহিত ব্রহ্মচারী বালক-বালিকাসকল। ]

## —ব্রহ্মচারী বালক-বালিকাসকলের গীত—

"অতীত-কীর্ত্তি-মণ্ডিতং মহর্ষি-আর্য্য-বন্দিতং।
কর্পূর-সুর-রঞ্জনং নমামি মাতৃ-চরণম্॥
প্রকৃতি-রাগ-রঞ্জিতং বিহঙ্গবৃন্দ-কূজিতং।
তুষার-মাল্যাভরণং নমামি মাতৃ-চরণম্॥
অসূয়া-স্বার্থ-দাহকং হৃদয়-ব্যাপ্তি-সাধকং।
অমৃত-মৃত্যু-কারণং নমামি মাতৃ-চরণম্॥
সুকবি-ছন্দ-স্ফূর্জিতং সতীত্ব-জ্যোতির্ভূষিতং।
বীরেন্দ্র-বীর্য্য-ধারণং নমামি মাতৃ চরণম্।
অশেষ-তীর্থ-চুম্বিতং মুমুক্ষু-ভৃঙ্গ-গুঞ্জিতং।
স্বদেশভক্ত-শরণং নমামি মাতৃ-চরণম্॥"

---

# কনৌজ-কুৱঁৰী

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

#### দিল্লী—অন্তেসপুৰ

ৰোগ-শয্যাত দিল্লীশ্বৰ অনঙ্গপাল, কাষত আজমীৰৰাজ পৃথ্বীৰাজ, কনৌজৰাজ জয়চাঁদ আৰু দিল্লীৰ মন্ত্ৰী ভীমছা।

অনঙ্গ। মোৰ আৰু জীৱনৰ বেছি সময় নাই। সংসাৰ এৰি যাবলৈ সময় হৈছে। এয়েই সকলোৰে লগত শেষ দেখাদেখি। পৃথ্বীৰাজ! জয়চাঁদ! আহ, বাচাহঁত! ওচৰ চাপি আহ। এবাৰ হেপাহ পলুৱাই চাই লওঁ। শেষবাৰ আলিঙ্গন কৰোঁ। আহ, বাচাহঁত! আহ।

পৃথ্বী। ককাদেউতা!

জয়। ককাদেউতা!

অনঙ্গ। আহা! কি সুমধুৰ কণ্ঠস্বৰ! বাচাহঁত! তহঁতৰ কোমল কণ্ঠৰ মাত শুনি মোৰ হৃদয় শীতল পৰিছে। মাত, এতিয়াই মাতি ল। আজিয়েই ককাদেউতা ককাদেউতা বুলি চিয়ঁৰি টেটু ফালিবৰ সময়। সময় বেছি নাই। ককাদেউতাৰ সিপুৰিলৈ যাবলৈ প্ৰস্তুত হৈছে।

জয়। ককাদেউতা!

অনঙ্গ। বলি কিয় ? ক, কি কব খুজিছিলি বাচা ?

জয়। আপুনি আমাক এৰি যাবলৈ খুজিছে সঁচা, কিন্তু তাৰ আগেয়ে দিল্লী-সিংহাসনৰ এটা যুগুত মীমাংসা কৰি থৈ যোৱাটো উচিত বিবেচনা কৰোঁ।।

অনঙ্গ। অৱশ্যে ঠিক কথাকে মনত কৰিছ বাচা ! মন্ত্ৰী ! মন্ত্ৰী !

ভীমছা। মহাৰাজ ! আদেশ কৰক।

অনঙ্গ। তুমি আছা—বেচ। জয়চাঁদ আছে—সৌৱা বন্তি জ্বলি আছে—স্বৰ্গত দেৱতাসকল আছে। হব—আৰু কাকো নেলাগে। মই এই মুহূৰ্ত্ততে দিল্লী-সিংহাসন পৰিত্যাগ কৰিলোঁ।। মই আৰু দিল্লীশ্বৰ নহওঁ। সকলো সাক্ষি থাকিবা। মোৰ পৰিবৰ্ত্তে পৃথ্বীৰাজ—

জয়, [খঙেৰে] ক্ৰকাদেউত !

অনঙ্গ। ক্ষান্ত হ বাচা ! মোৰ অবিহনে দিল্লী-সিংহাসন পৃথ্বীৰাজৰ।

জয়। কি কাৰণে জয়চাঁদ সেই অধিকাৰৰ পৰা বঞ্চিত ?

অনঙ্গ। সেইবাবে তই বেজাৰ নেপাবি বাচা ! মই বহুত ভাবি-চিন্তি এই কাম কৰিছোঁ—যোগ্যতাৰ পুৰস্কাৰ দিছোঁ।। সম্বন্ধত পৃথ্বীৰাজ তোৰ ভায়েৰ হয়। সেই নিমিত্তে তই বেয়া পোৱা উচিত নহয় ঈশ্বৰে তোৰ মঙ্গল কৰক।

জয়। পৃথ্বীৰাজ যোগ্য আৰু জয়চাঁদ অযোগ্য ?

অনঙ্গ। জয়চাঁদ।

জয়। কিহৰ জয়চাঁদ ? জয়চাঁদৰ লগত তোৰ সম্বন্ধই বা কি ? বুঢ়া ! তোৰ সিংহাসনৰ নিমিত্তে জয়চাঁদে আশাপালি বৈ থকা নাই। তোৰ সিংহাসন নেপালে জয়চাঁদ মৰি নেযায়। কিন্তু নিশ্চয়কৈ জানিবি—পৃথ্বীৰাজক যোগ্য আৰু জয়চাঁদক অযোগ্য বুলি ভবাটো তোৰ নিতান্ত ভুল। তই জীয়াই

থাকোঁতেই এই মহাভুল শুধৰাই যা। চাই যা—অযোগ্য জয়চাঁদৰ এই তৰোৱালৰ আঘাতৰ পৰা পৃথ্বীৰাজক তাৰ যোগ্য তাই ৰক্ষা কৰিবলৈ কিমান দূৰ সক্ষম। পৃথ্বীৰাজ! ( পৃথ্বীৰাজক আক্ৰমণ কৰে। )

পৃথ্বী। ককাদেউতা!

অনঙ্গ। আত্মৰক্ষা কৰ বাচা!

( পৃথ্বীৰাজ আৰু জয়চাঁদৰ তৰোৱাল-যুদ্ধ। জয়চাঁদৰ পৰাজয়। )

পৃথ্বী। ক্ষান্ত হোৱা কনৌজৰাজ! চোৱা—এবাৰ সৌ বৃদ্ধ ককাদেউতাৰ মুখখনিলৈ চোৱা। কিবা কওঁ কওঁ বুলি কব নোৱাৰি আমাৰ ফালে কেনেকৈ চাই আছে। তেওঁৰ মৰণ-শয্যাৰ চৌপাশ শোণিতেৰে কলুষিত কৰিলে ঈশ্বৰে কেতিয়াও আমাৰ উন্নতি নকৰে।

জয়। নকৰিলেই ভাল'ৰ কথা। শুন বাতুল বৃদ্ধ! আজি এই ৰাজকাৰেঙৰ মাজ-মজিয়াত পদাঘাত কৰি তোৰ মৰণ-শয্যাৰ কাষত জয়চাঁদে ভৱিষ্যৎ-বাণী কৰি যায়—এই ক্ষুদ্ৰ ফিৰিঙতিৰ পৰাই এদিন মহা খাণ্ডবদাহ হব। যি পৃথ্বীৰাজক তই আজি দিল্লী সিংহাসন অৰ্পণ কৰিলি সেই পৃথ্বীৰাজৰ শ্মশানত এদিন প্ৰেত জয়চাঁদে তাণ্ডৱ নৃত্য কৰি ইয়াৰ প্ৰতিশোধ লব। সেই নিদাৰুণ দৃশ্য দেখি নৰককুণ্ডত পচি থকা তোৰ আত্মাই বেজাৰৰ চকুলো টুকি বুকু ভাঙিব। সিদিনা বুজিবি তোৰ কুকৰ্ম্মৰ ফল!—সিদিনা জানিবি জয়চাঁদ কোন! বৃদ্ধ! প্ৰতিশোধ—প্ৰতিশোধ—[ বেগেৰে প্ৰস্থান। ]

অনঙ্গ। উস, বৰ অসহ্য! বৰ যন্ত্ৰণা! সংসাৰ বৰ ভয়ানক! মই আৰু ইয়াত থাকিব নোৱাৰোঁ। পৃথ্বীৰাজ! বিদায়! ভগৱান! [ মিমাও। ]

পৃথ্বী। ককাদেউতা!

[ পৃথ্বীৰাজ আৰু ভীমছাই বুৰে কপালে হাত দি বহি পৰে। ]

# দ্বিতীয় দৰ্শন

## কনৌজ—ৰাজফুলনি

[ বিজয়সিংহৰ প্ৰৱেশ। ]

বিজয়। ভালপোৱা! ভালপোৱাৰ সাৰ-মৰ্ম্ম কি? মই সংযুক্তাক ভালপাওঁ—বৰ ভালপাওঁ। সংযুক্তাই জানো মোক ভালপায়? তেন্তে—এয়ে নেকি ভালপোৱা? সংযুক্তা—সেই ধুনীয়া ছোৱালীটী! মোৰ আগতেই জন্মিল —মোৰ আগতেই কাপোৰ পিন্ধা হ'ল—আৰু মোৰ আগতেই আজি যৌবনৰ পাটৰাণী হ'ল। তাইৰ লগত একেলগে উমলি-জামলি, একেলগে ধুলি-খেলা খেলি দুয়ো জীৱত পথত আগবাঢ়িছিলো। আমি দুয়ো ভাই ভনীৰ নিচিনাকৈ মৰমৰ ডোলেৰে বান্ধ খাইছিলো। আজি সেই বান্ধ কোনে কাটি দিলে? ধন্য কাল! যি সংযুক্তাই মোৰ সক ভনীটীৰ স্থান পূৰণ কৰিছিল, যি সংযুক্তাই আজিও মোক বিজয় বিজয় বুলি মাতি ভাতৃত্ব ভাবৰ হেন্দোলনি তোলে, সেই সংযুক্তাৰ হৃদয়-দুৱাৰত আজি মই প্ৰেম-ভিক্ষাৰী! এবাৰ সংযুক্তাক সুধি চাব লাগিব—তেও মোক ভাল পায় নে নেপায়! মোৰ প্ৰেমৰ প্ৰতিদান পাম নে নেপাম? নিশ্চয় পাম। সংযুক্তা ইমান নিষ্ঠুৰা নহয়। সৌৱা, তেওঁ আহিছেই।

[ বিজয় একাষৰীয়া হয়। সংযুক্তা, বিজয়া আৰু সখীসকলৰ প্ৰৱেশ। ]

সংযুক্তা, সখীসকল। —গীত—

বইছে ধীৰে' মন্দ মলয়া
ধৰিছে বিহগে ললিত তান,—
হাঁহে উলাহতে ফুলৰাণীহঁতে
পাই বসন্তৰ মধুৰ দান।

উষাৰ কিৰণে হেঙুলি বৰণে
উজ্জ্বলালে তাতে হৰষিত মনে,
নাচি-বাগি হাঁহি উটি-বুৰি ভাহি
গাওঁ আহাঁ, সখী! আনন্দ গান।

[ সখীসকলৰ প্ৰস্থান। ]

সংযুক্তা। ঋতুৰাজ বসন্তৰ আগমনৰ লগে লগে আমাৰ সংযুক্তা সখীও ৰাংধালী, উলাহী। ঠিক যেন এটা চাই-থাক চাই-থাক জাকি-মাৰি-উৰা পখিলাহে।

সংযুক্তা। থা ওকচোন বাক, তোমাৰ মস্কৰাৰ থুন্‌পাকটো পিছতো মেলি দিবা। এতিয়া অলপ প্ৰকৃতি-ৰাণীৰ বেহৰূপ চাওঁ। সৌ চোৱাচোন, পলাশ কেইজুপিলৈ। গোটেইখন আকাশৰ গাতে ফাঁকু-গুৰি চতিয়াই ৰঙা কৰি পেলালে।

বিজয়া। বিজয়াই তোমাৰ আনন্দ-প্ৰতিমা বিসৰ্জ্জন নিদিয়ে। কৈ যোৱা সখী! ( হঠাৎ বিজয়ক দেখি ) সৌৱা দেখোন বিজয়!

সংযুক্তা। বিজয়!

বিজয়। সংযুক্তা!

সংযুক্তা। তুমি ইয়াত অকলৈ?

বিজয়। লগ কত পাম সংযুক্তা? বিজয় সংসাৰত অকলশৰীয়া।

সংযুক্তা। মিছা কথা বিজয়! তুমি কেতিয়াও অকলশৰীয়া নোহোৱা।

বিজয়! তোমাৰ কথা বুজিবলৈ মোৰ শক্তি নাই সংযুক্তা!

সংযুক্তা। শুনা বিজয়, তোমাৰ দেখোন লগেৰেই সংসাৰ ভৰি আছে। অৱশ্যে আহোঁতে অকলশৰীয়া হৈ আহিছিলা আৰু যাওঁতেও অকলশৰীয়া হৈ যাবা। কিন্তু মাজতে এই জ্ঞাতি-কুটুম্বৰ মহামেলা। এই মহামেলাত প্ৰৱেশ

কৰিও তুমি তোমাৰ মিতিৰকুটুম নাই বুলি মিছা মাতিছা কেলেই বিজয় ? সাগৰৰ বুকুত ভাহি থাকি পানী নেদেখো বুলি কলে বিশ্বাস কৰিব কোনে ? হয়নে নহয় কোৱা বিজয় !

বিজয়। তুমি যেনেকৈ কথা কোৱা, মোৰ পক্ষে তাৰ উপযুক্ত সমিধান দিবলৈ যোৱাটো বিড়ম্বনা মাথোন। মোক ভালকৈ বুজাই দিয়া সংযুক্তা ! তোমাৰ কথাৰ প্ৰকৃত মৰ্ম্ম। মই জানো—মই বিশ্বাস কৰোঁ,— সংসাৰত মই অকলশৰীয়া। মই কিয়—যাকে সোধা সেয়ে এই একে কথাকে কব। তুমি কিন্তু আজি তাৰ বিপৰীতে কৈছা সংযুক্তা ! কোৱা, ভালকৈ কোৱা—মোক তন্ন তন্নকৈ বুজাই দিয়া। সংসাৰত কাৰ কাৰ ওপৰত মোৰ অধিকাৰ আছে মোক আঙলিয়াই দিয়া।

সংযুক্তা। সকলো তোমাৰ আপোন, সকলো তোমাৰ পৰ। কিন্তু এটা কথা জানিব লাগিব বিজয় ! তুমি আপোন কৰি লব জানিব লাগিব। মোক যদি আপোন কৰি লব জানা মই তোমাৰ আপোন। সখীক যদি আপোন কৰি লব জানা সখী তোমাৰ আপোন। যাকে তুমি আপোন কৰি লব জানা সেয়ে তোমাৰ আপোনাৰ হব। আন কি বনৰীয়া চৰাই এটাক পোহপাল দি চেনেহ চকুৰে চাব জানিলে সিও তোমাৰ নিচেই আপোন হব বিজয় !

বিজয়। নেলাগে আৰু। সংযুক্তা ! তোমাৰ কথাকে সঁচা বুলি মানি ললোঁ, কিন্তু জানিবা—এদিন তুমিয়েই তোমাৰ কথাৰ সত্যতা প্ৰমাণ কৰি দেখুৱাব লাগিব। মই এতিয়া আহিলোঁ। [ প্ৰস্থান। ]

বিজয়া। সখী ! বিজয়ে কৈ যোৱা কথাৰ অৰ্থ কি ?

সংযুক্তা। ময়ো ভালকৈ বুজিব নোৱাৰিলো। অমৰকোষ অভিধানখন আনাগৈচোন।

বিজয়া। মোৰ লগত হলে চুপতি ?

সংযুক্তা। অৱশ্যে।

বিজয়া। কিন্তু বিজয়ৰ লগত গীতা-ভাগৱতৰ দাৰ্শনিক ব্যাখ্যা নহয়নে ?

সংযুক্তা। তুমিনো কেতিয়াৰ পৰা ইমান বাংধালী হলা সখী ?

বিজয়া। যেতিয়াৰ পৰা তোমাৰ লগত একেলগে থাকিবলৈ সৌভাগ্য হৈছে।

সংযুক্তা। তাৰ মানে ?

বিজয়া। আন একো নাই। পৰশ-পাথৰৰ সংযোগত সকলো সোণ হয়।

সংযুক্তা। বাক তোমাৰ কথাৰ অৰ্থ জানিবলৈ বিজয়ক মতাই যাওক। কি কোৱা ?

বিজয়া। আজিলৈ সিমানখিনি অনুগ্ৰহ তোমাৰ হাততে বাহি থাকক। ৰূপহ ডেকা বিজয়ে যেজাৰ পাবও পাৰে।

সংযুক্তা। ৰূপহী গাভৰু বিজয়াৰ তেনে ইচ্ছা হলে, মোৰ একো আপত্তি নাই। এতিয়া যাওঁ বলা।

বিজয়া। বলা।　　　　　[ দুয়োৰো প্ৰস্থান। ]

---

# তৃতীয় দৰ্শন

## দিল্লী—মন্ত্ৰণা-চ'ৰা

[ পৃথ্বীৰাজ, ভীমছা আৰু দেৱীসিংহ। ]

দেৱী। এই বাৰ তাৰ প্ৰতিফল দিম। বাৰেপতি ভাৰতবাসীৰ ওপৰত কৰা অকথনীয় অত্যাচাৰৰ প্ৰতিফল দিম।

ভীম। মুখেৰে নহয় সেনাপতি! কাৰ্য্যেৰেহে প্ৰতিফল দিব পাৰি।

পৃথ্বী। সেনাপতি! তোমাৰ সৈন্য-সামন্ত সকলোবোৰ ভালদৰে প্ৰস্তুত হৈছেনে?

দেৱী। হৈছে মহাৰাজ।

পৃথ্বী। অস্ত্ৰ, শস্ত্ৰ, খাৰ-বাৰুদ?

দেৱী। সকলো প্ৰস্তুত।

পৃথ্বী। তোমাৰ যুদ্ধ-সামগ্ৰীৰ খৰছৰ কাৰণে আৰু পঞ্চাছ হাজাৰ ৰূপ মঞ্জুৰ কৰিলোঁ। সৈন্যবিলাকৰ বেতন বঢ়াই দিবা। যেন সকলোৱে সন্তুষ্ট হয় আৰু বংমনেৰে প্ৰত্যেক মুহূৰ্ত্ততে নিজৰ প্ৰাণ পৰ্য্যন্ত বলি দিবলৈকো সাজু থাকে। বুজিছানে দেৱীসিংহ?

দেৱী। বুজিছোঁ মহাৰাজ!

পৃথ্বী। যোৱা এতিয়া। মোৰ হাতৰ এই পত্ৰ দেখুৱাই ধনভঁড়ালীৰ হাতৰ পৰা পঞ্চাছ হাজাৰ ৰূপ লৈ যাবা। ( চিঠি লেখি দিয়ে। )

দেৱী। যিবা আদেশ। ( যাবলৈ উদ্যত। )

পৃথ্বী। শুনা,—কালিলৈ মই তোমাৰ সৈন্য পৰিদৰ্শন কৰিবলৈ যাম। সকলো যেন প্ৰস্তুত থাকে।

দেৱী। যিবা আদেশ। [ প্ৰস্থান। ]

পৃথ্বী। মন্ত্ৰী ! নিমন্ত্ৰণ পত্ৰবোৰ পঠিয়া হৈছেনে ?

ভীম। হৈছে মহাৰাজ !

পৃথ্বী। কোন কোন ৰজালৈ পঠাইছা আৰু কি লেখিছা ?

ভীম। লেখিছোঁ যে চাহাবুদ্দিন ঘোৰী দিল্লীৰ ফালে হিন্দুস্থান জয় কৰিবলৈ আহিব লাগিছে। প্ৰত্যেক ভাৰতসন্তানে যেন ধনে মানে প্ৰাণে গোট খাই প্ৰাণেশ্বৰৰ পথাৰত বিদেশীৰ এই আক্ৰমণ ব্যৰ্থ কৰে। এই কথাকে ৰীতিমতে বহলাই লিখি কনৌজ, গুজৰাট, মেৱাৰ আদি প্ৰত্যেক হিন্দুৰাজ্যলৈকে ভিনে ভিনে পঠিয়া হৈছে। কৰদ ৰাজ্য, মিত্ৰ ৰাজ্য এখনো বাদ পৰা নাই।

পৃথ্বী। উত্তম। [ প্ৰহৰীৰ প্ৰৱেশ। ]

প্ৰহৰী। মহাৰাজ ! দুৱাৰত চিতোৰৰ মহাৰাণা আহি বৈ আছে।

পৃথ্বী। চিতোৰৰ ৰাণা ৰাজৰ্ষি ! যোৱা মন্ত্ৰী ! সম্ভ্ৰমেৰে ইয়ালৈ লৈ আনাগৈ। [ মন্ত্ৰী আৰু প্ৰহৰীৰ প্ৰস্থান। ]

পৃথ্বী। ধন্য এই ৰাজৰ্ষি। নিমন্ত্ৰণ চিঠি পায়েই উধাতু খাই লৰি আহিছে ! সকলো ৰাজপুত ৰজাই যদি এনেকুৱা হলহেতেন !

[ ৰাণা আৰু মন্ত্ৰীৰ প্ৰৱেশ। ]

পৃথ্বী। আহক ৰাজৰ্ষি ! মোৰ আলিঙ্গন গ্ৰহণ কৰক।

ৰাণা। মহাৰাজ ! মই আপোনাৰ নিমন্ত্ৰণী-পত্ৰ পায়েই যেনে আছিলোঁ তেনে আহিছোঁ। বিদেশীৰ এই সঘন আক্ৰমণ বৰ অসহ্য হৈ উঠিছে। ঘজনিৰ মামুদে ওঠৰ বাৰ সমগ্ৰ হিন্দুস্থান লুটিপুটি নিলে। হিন্দুৰ দেৱদেৱীৰ মন্দিৰ ভাঙি চূৰ্ণ বিচূৰ্ণ কৰিলে। যুগ যুগান্তৰৰ পৰা স্তূপীকৃত হৈ থকা ধন-সোণ ৰাশি লুটি নি সোণৰ ভাৰত-আইক কাঙালিনী কৰিলে। পুনৰ আজি ভাৰতৰ দুৱাৰ মুখত দস্যু চাহাবুদ্দিন। আমি ভাৰতসন্তান হৈ চকুৰ আগতে জননীৰ লাঞ্ছনা দেখিও হাত সাৱটি বহি থকা উচিত হোৱা নাই।

পৃথ্বী। নিশ্চয় ৰাণা! নিশ্চয়।

ৰাণা। মই এই বাৰ নৰ আশা কৰি আহিছোঁ যে থানেশ্বৰত দেশবৈৰীৰ এই আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ আপোনালোক প্ৰস্তুত হৈছে।

পৃথ্বী। যিমান পৰা যায় চেষ্টাৰ ত্ৰুটি কৰা নাই।

ৰাণা। মোকো তাকেই হে লাগে। এয়েই উপযুক্ত সময়– সোণালি সুযোগ। এই বাৰ বিদেশীক ভালকৈ এশিকনি দিব লাগে। আন নহলেও সিহঁতক এই শিক্ষা দিব লাগে যে হিন্দুস্থানত হিন্দু আছে,—হিন্দু পুৰুষৰ গাত পুৰুষত্ব আৰু বীৰত্ব আছে। হিন্দু মৰা নাই,—হিন্দু জীয়াই আছে। ভাবি চাওক মহাৰাজ! দস্যু মামুদে সোমনাথ মন্দিৰ আক্ৰমণ কৰাৰ কথা। যেতিয়া মামুদে সোমনাথ মন্দিৰৰ ভিতৰ সোমাই পূজাৰী পাণ্ডাহঁতৰ কাবৌকোকালি শুনিবলগীয়া হৈছিল তেতিয়া হিন্দুস্থানত হিন্দু আছিল নে নাছিল? তেত্ৰিচ কোটি ভাৰত সন্তানে মামুদে মূৰ্ত্তি ভঙাৰ কথা সপোনত শুনিছিল নে দিঠকত? ইয়াকো থিৰাংকৈ জানিব মহাৰাজ! যিদিনাই বিধৰ্ম্মীয়ে আহি হিন্দুৰ উপাস্য দেৱতাৰ গাত হাত দিছে সেই দিনাই জগতৰ বুৰঞ্জীত হিন্দুজাতিৰ পতনৰ অধ্যায় আৰম্ভ হৈছে। মই কাপুৰুষেও তেতিয়া হাত সাৱটি বহি থাকি মহাপাপ কৰিলোঁ। এতিয়া মোৰ গাত যৌবনৰ বল-বীৰ্য্য নাই।—শৰীৰত ডেকালি তেজ চলাচল নকৰে।—বাৰ্দ্ধক্যৰ হেচাত জৰ্জ্জৰিত হৈছোঁ। তথাপি মহাৰাজ! আপোনাৰ পত্ৰ পাই পুনৰ মোৰ হলি যোৱা কঁকাল পোন হৈ উঠিছে—সোতোৰা-সোতোৰ ছালৰ মাজেদি তীব্ৰ বেগেৰে তপত তেজ চলাচল কৰিছে। মহাৰাজ! মই আপোনাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ আহিছোঁ। মোক দেশবৈৰীৰ তেজ পিবলৈ সুবিধা দিয়ক।

পৃথ্বী। উতলা নহব ৰাজৰ্ষি! সোণকালে সেই সুবিধা পাব। বলক এতিয়া বিশ্ৰাম-প্ৰাসাদলৈ।

বাণা। বিশ্ৰামতেই ঘৃণিত জীৱনৰ বেছি ভাগ কটাই আজি মৰণৰ দুৱাৰদলিৰ কাষ পাইছোঁ। এতিয়া মোৰ একমাত্ৰ হাবিলাষৰ বস্তু হৈছে—তেজ, দেশবৈৰীৰ তেজ। সেই তেজ পিবলৈ পথ মুকলি হৈছে যেতিয়া—বলক, বিশ্ৰাম লভাত আপত্তি নাই। [ সকলোৱে প্ৰস্থান ]

---

# চতুৰ্থ দৰ্শন

## কনৌজ—অন্তেষপুৰ

[ অজয়সিংহ আৰু সংযুক্তা। ]

সংযুক্তা। দিল্লীৰ পৰা অহা দূতটোৱে কি বাতৰি আনিছিল ককাইদেউ ?

অজয়। যুজৰ বাতৰি।

সংযুক্তা। কৰ যুজ ককাইদেউ ? কাহানিকৈ হব ?

অজয়। আমাৰ যুজ—চাহাবুদ্দিনৰ সৈতে। সোণকালে হব।

সংযুক্তা। যুজ কেনেকুৱা মোক ভালকৈ বুজাই দিবনে ককাইদেউ ?

অজয়। আজলী ভনীটী! যুজ কেনেকুৱা নেদেখিলে ভালকৈ বুজিব নোৱাৰি। মুঠতে কবলৈ হলে, যুজ বৰ ভয়ানক। যুজত মানুহে মানুহৰ তেজেৰে হাত ৰাঙলী কৰি আনন্দ কৰে।

সংযুক্তা। মোকো আপোনালোকৰ যুজ দেখুৱাবলৈ নিবনে ককাইদেউ ?

অজয়। পাগলী! যুজতো সীতাহৰণ কিম্বা ৰাম-ৰাৱণৰ যুজৰ ভাওনা নহয় যে তই চাব পাৰ। যুদ্ধক্ষেত্ৰত দৰ্শকৰ নিমিত্তে ঠাই নাই। থাকিলেও সেই ভীষণ দৃশ্য তই চাবি কেনেকৈ ? যুদ্ধক্ষেত্ৰত মানুহৰ হাঁহি-মাত যেমালি দেখিবলৈ নেপাৱ। দেখিবি—ভূত-পিশাচৰ তাণ্ডৱ নৃত্য। দেখিবি—মনুষ্যৰ অস্থি

কঙ্কাল,—শগুণ শিয়ালৰ বিকট দৃশ্য। শুনিবি—ধনুৰ টঙ্কাৰ, তিলৈৰ আৱাজ, তৰোৱালৰ ঝনঝননি, আৰু নৰ শোণিতেৰেবাঙলী নৰ-পিশাচৰ হাঁহিৰ খলকনি। যুদ্ধক্ষেত্ৰত সুজলা সুফলা শস্য-শ্যামলা পৃথিৱীৰ ভুবনমোহিনী দৃশ্য নাই। আছে ৰক্তকলেৱৰা চামুণ্ডাৰূপিনী বসুমতীৰ বুকুৰে ধাৰ বৈ যোৱা শোণিতৰ বুকু ফাটি যোৱা মৰ্ম্মভেদী দৃশ্য। আৰু বহুত আছে কিমান কম। সংযুক্তা! তই এনে হেন ৰণক্ষেত্ৰলৈ যাবি?

সংযুক্তা। যাম ককাইদেউ! আপুনি কোৱা কথা সঁচা হয়নে নহয় চাই আহিম। অসম্ভৱক সম্ভৱ কৰি আহিম। মানুহে মানুহৰ ওপৰত কিমান নিৰ্দ্দয় ব্যৱহাৰ কৰিব পাৰে তাকো বুজি আহিম। মানুহে মানুহৰ ৰক্তপান কৰি কেনেকৈ মতলীয়া হয় সেই ভয়ঙ্কৰ দৃশ্য চাই আহিম। জীৱশ্ৰেষ্ঠ মানৱ আৰু ৰক্তপায়ী বনৰীয়া জন্তুৰ মাজত কিবা পাৰ্থক্য আছেনে তাকো জানি আহিম।

অজয়। মই তোৰ মনৰ ভাব বুজিব পাৰিছোঁ। তোক মোৰ লগত নিয়াত একো আপত্তি নাই। কিন্তু এটা কথা, তই এই বিষয়ে দেউতাৰ অনুমতি লব লাগিব।

সংযুক্তা। লব লাগে লম: কিন্তু আপুনি মোক এৰি যুদ্ধলৈ যাব নোৱাৰে। মোক নিবই লাগিব ককাইদেউ! সৌৱা দেউতাও আহিছেই।

[ জয়চাঁদৰ প্ৰৱেশ ]

জয়। অজয়!

অজয়। দেউতা!

জয়। আজি মোক বিচাৰি কোনোবা আহিছিল নেকি?

অজয়। আহিছিল দেউতা! দিল্লীৰ দূত।

জয়। দিল্লীৰ দূত! উদ্দেশ্য কি?

অজয়। হিন্দুৰাজ্য লুণ্ঠন কৰিবলৈ চাহাবুদ্দিন ঘোৰী ভাৰত সোমাইছেহি; তাৰ বাবে দিল্লীশ্বৰ পৃথ্বীৰাজে আমাক সহায় খুজি নিমন্ত্ৰণ পত্ৰ দিছিল।

জয়। উত্তৰ দিলি কি ?

অজয়। আমি তেওঁক সকলো ৰকমে সহায় কৰিবলৈ প্ৰস্তুত আছোঁ বুলি।

জয়। কি! মই নজনাকৈ ইমান গুৰুতৰ কাম এটা কৰি পেলালি ?

অজয়। আপুনি যে ৰাজধানীৰপৰা আঁতৰত মৃগয়া কৰিবলৈ গৈছিল। আপোনাৰ অহাত পলম হয় বুলি ময়েই সেই পত্ৰৰ উত্তৰ দি পঠিয়াইছোঁ।

জয়। মই অহালৈকে দূতটোক ৰাখি নথলি কিয় ?

সংযুক্তা। কিয় দেউতা ? আপুনি নোহোৱাত ককাইদেৱে ইয়াতকৈ কত ডাঙৰ কাম কৰি পেলায়। কৰিবতো,—কৰিবলৈ তেওঁৰ অধিকাৰ আছে। আপোনাৰ অবিহনে ৰাজ্যৰ সকলো কাম তেওঁ কৰিব পাৰে। আন দিনা আপোনাৰ খং নুঠে। আজি এই সামান্য কামটো কৰোঁতেই আপোনাৰ খং উঠিছে কেলেই দেউতা ?

জয়। খং নুঠি হব কি ? আনদিনাৰ কামৰ লগত আজিৰ কামৰ তুলনা নহয়।

সংযুক্তা। আপোনাৰ তেনেহলে যুদ্ধৰ সপক্ষে মত দিয়া অভিপ্ৰায় নহয় ?

জয়। এহেঁ, নহয়।

সংযুক্তা। আপুনি তেনেহলে ৰাজপুত নহয় ? আপুনি তেনেহলে হিন্দু নহয় ? বিদেশী বিধৰ্মীয়ে হিন্দুৰ যথাসৰ্ব্বস্ব অপহৰণ কৰি লৈ যাব আৰু আপুনি ৰাজপুত হৈ,—হিন্দু হৈ, হাত সাৱটি বহি থাকিব নেকি দেউতা ?

জয়। তোক সেইবোৰ কথা বলকিব কোনে মাতিছে পাগলী ? বাক, যি হৈছে হৈ গ'ল। ৰাজপুতে যি কথা দিছে কেতিয়াও তাৰ অন্যথা হব নোৱাৰে। যা অজয়! সকলো ঠিক-ঠাক কৰগৈ। কালিলৈ প্ৰাতসতে আমি দিল্লী অভিমুখে যাত্ৰা কৰিম।

অজয়। ভাল দেউতা ! ( প্ৰস্থান। )

সংযুক্তা। ময়ো যাম দেউতা !

জয়। কলৈ ?

সংযুক্তা। আপোনালোক যলৈ যায়।

জয়। যুজলৈ ?

সংযুক্তা। এৰা। ককাইদেৱে নিম বুলিছে—আপোনাৰ অনুমতি পালে। যাম দেউতা ! আপোনাৰৰ ভৰিত ধৰিছোঁ।—বাধা নিদিব। যাম দেউতা ! কওক, মোক অনুমতি দিয়ক।

জয়। যুদ্ধক্ষেত্ৰ তিৰুতাৰ নিমিত্তে নহয় পাগলী ! মুনিহৰ নিমিত্তে।

সংযুক্তা। তিৰুতাৰ নিমিত্তে কি ?

জয়। এয়া, ৰাজকাৰেং।

সংযুক্তা। আপুনি ইয়াত আছে কিয় ?

জয়। থকাত তোৰ আপত্তি কি ?

সংযুক্তা। তেন্তে মই যুদ্ধক্ষেত্ৰত থকাত আপোনাৰ আপত্তি কিয় ?

জয়। পাগলী ! মোক কথাৰে বান্ধিব আহিছ নহয়নে ? শুন,—যুদ্ধক্ষেত্ৰ বৰ ভয়ানক।

সংযুক্তা। ককাইদেউৰ মুখে সকলো শুনিছো। আপুনিও শুনক দেউতা ! আপোনালোকে তিৰুতাক হেয়জ্ঞান কৰা উচিত নহয়। তিৰুতা কেৱল ৰাজকাৰেঙত পুৰুষৰ বিলাসৰ সামগ্ৰী নহয়। তিৰুতা পুৰুষৰ অৰ্দ্ধাঙ্গিনী, সহধৰ্ম্মিনী। পুৰুষে যি কাম কৰে তিৰুতা কেতিয়াও তাৰ পৰা বঞ্চিতা হব নোৱাৰে। ভগৱতী নিজে কাৰ্ত্তিক-গণেশৰ জননী, মহেশৰ ঘৰিণী, মহিষমৰ্দ্দিনী, চামুণ্ডাৰূপিনী। কওক দেউতা ! মোক যাবলৈ দিবনে ?

জয়। আৰু কোন যাব ?

সংযুক্তা। বিজয়া সখাও যাব। আমি আহত সৈন্যৰ শুশ্ৰূষা কৰিম।

জয়। বাক যাবি। তেন্তে এতিয়াৰ পৰাই সাজু হৈগৈ যা। [ প্ৰস্থান ]

সংযুক্তা। ভাল দেউতা।

জয়। এই মাউৰা লৰা-ছোৱালী হাল লগত লৈয়েই মোৰ মহা-যন্ত্ৰণা। কৰোঁ বুলি মনৰ ইচ্ছামতে কাম এটা কৰিব নোৱাৰোঁ।— কণ্ঠৰ-পণত থোজ দিব নোৱাৰোঁ। স্নেহৰ মায়া-ডোলেৰে বান্ধ খাই আছোঁ। প্ৰতিজ্ঞা কৰিছিলো—পৃথ্বীৰাজৰ ওপৰত প্ৰতিশোধ লম। কিন্তু, সিহঁতৰ কথা শুনি বিপৰীতে কাম কৰিবলৈ বাধা হলোঁ। কি কৰিম? অপত্য-স্নেহ বৰ ভয়ঙ্কৰ। সময়ো হাতত আছে। [ প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

## কনৌজ—দুৰ্গ

[ বিজয়সিংহ। ]

বিজয়। সেই একে কথা। সেই একে জ্বালা-যন্ত্ৰণা। তেওঁ কলে—মই আপোন কৰি লব জানিলে তেওঁ মোৰ হব। মই যে তেওঁক আপোন কৰি লবলৈ সদায় সাজু। তেওঁ মোৰ আপোনতকৈও বেছি আপোন। তেওঁৰ কথা যদি সঁচা হয়—তেন্তে মই তেওঁক নেপাম কিয়? মোৰ শৰীৰ অস্থিৰ, হৃদয় ব্যাকুল। কালিলৈ ৰাতিপুৱাই দিল্লীলৈ যাব লাগিব। কোনে জানে কনৌজত মোৰ আজিয়েই [redacted]। যদি সেয়ে হয় তেন্তে ভালৰেই কথা। এই অসহ্য জ্বালা-যন্ত্ৰণাৰ [redacted]। [ অজয়সিংহৰ প্ৰবেশ। ]

অজয়। বিজয়!

বিজয়। কি অজয় [redacted] অসময়ত দেখোন?

অজয়। আহিবলৈ প্ৰয়োজন হৈছে, আহিছোঁ। তাৰ আকৌ সময় অসময় কি আছে?

বিজয়। প্ৰয়োজন কি?

অজয়। কালিলৈ দিল্লীলৈ যাব লাগিব নহয়!

বিজয়। এৰা। তুমিও যাবা নেকি অজয়? আৰু কোন যাব?

অজয়। দেউতা যাব, মই যাম, তুমি যাবা, তোমাৰ তলতীয়া সৈন্য-সামন্তবোৰ যাব, সংযুক্তা বিজয়া যাব—বচ্।

বিজয়। সংযুক্তা বিজয়া! যুদ্ধক্ষেত্ৰত নাৰী?

অজয়। হলেই বা! আচৰিত হ'বলগীয়া কি আছে?

বিজয়। অৱশ্যে আচৰিত হবলগীয়া একো নাই—তথাপি?

অজয়। সংযুক্তাক সুধিবা। তাই ভালদৰে বুজাই দিব।

বিজয়। বাৰু থাওক। তোমাৰ প্ৰয়োজনৰ কথা কোৱা এতিয়া।

অজয়। দেউতাই তোমাক লগত লৈ মোক সৈন্যবোৰ পৰিদৰ্শন কৰিবলৈ দিছে।

বিজয়। এই নিশা?

অজয়। এৰা, এই নিশা।

বিজয়। ইমান ডাঙৰ কি প্ৰয়োজন?

অজয়। প্ৰতি কথাতে প্ৰয়োজন বিচাৰিলে কাম নচলে বিজয়! তুমি এজন সৈনিক। অস্ত্ৰখেলা, হিলৈমৰা আদি যুদ্ধ চৰ্চ্চাৰ কথাহে তোমাৰ মুখত শুৱায়। তৰ্কজালত সোমোৱা তোমাৰ পক্ষে অনধিকাৰ চৰ্চ্চা।

বিজয়। বেয়া নেপাবা ভাই!

অজয়। কেতিয়াও নেপাওঁ। ব'লা, সৈন্য পৰিদৰ্শন কৰিবলৈ যাওঁ।

বিজয়। তুমি আগবাঢ়া অজয়! মই সাজপাৰ কৰি পাচতে গৈছোঁ।

অজয়। ভালকথা। [ প্ৰস্থান। ]

বিজয়। যি নহওক এটা আনন্দৰ বাৰ্তাৰি পোৱা গৈছে। সংযুক্তাও আমাৰ লগত ৰণলৈ যাব। মৰিব লগা হলেও শেষবাৰ সংযুক্তাৰ ভুৱনমোহিনী মুখখনি চাই লব পাৰিম! সংযুক্তা! সংযুক্তা! বিজয়সিংহৰ হৃদয়েশ্বৰী! দুৰ্দ্দান্ত বিজয়সিংহই হাজাৰ বিজাৰ সৈনা-সামন্তৰ অধীশ্বৰ হৈ নগৰৰ পিচত নগৰ, ৰাজ্যৰ পিচত ৰাজ্য লুণ্ঠন কৰি কনৌজৰ সেনাপতিত্ব কৰিছে—সেই বিজয়সিংহ আজি তোমাৰ দাসৰো দাস। [ প্ৰস্থান। ]

---

# ষষ্ঠ দৰ্শন

## দিল্লী—ৰাজসভা

[ সিংহাসনত পৃথ্বীৰাজ। আন দুখন আসনত জয়চাঁদ আৰু সমৰসিংহ
দুয়োকাষে ভীমছা, দেল্লীসিংহ, অজয়সিংহ, বিজয়সিংহ,
মিত্ৰৰজাসকল, কৰদ-ৰজাসকল, সামন্তসকল,
সভাসদসকল আৰু চাৰণবিলাক
ভাগে ভাগে থিয়। ]

চাৰণ। —গীত—

"স্বাগত স্বাগত ভক্ত সমাগত হে বীৰবৃন্দ সুধী
ভৱিষ্য ভৰথা নমস্য জননীৰ—স্বাগত জননিধি!
আজিওতো জিনি কত মৌন শতাব্দী বাজে তবু উল্লাস-গীত,
আজিও গগনে প্ৰভুৰ বাজে মহাশঙ্খ ;—

জাগ্ৰত কৰি যত নাৰায়ণী সঙ্ঘ ;—
আজিও মলয় মৃদু স্বাধীনতা-গন্ধে দশোদিশ কৰে আমোদিত।

স্বাগত নব ৰবি, স্বাগত নাৰায়ণ, স্বাগত সত্যযুগ ;
জগত জিলিকে জ্যোতি জ্বলন্ত সত্যৰ
সচেতন শত কোটি সন্তান মন্ত্ৰৰ
তুমি কি অকলে আজি অন্ধকূপত পৰি লুকাবা নত মুখ ?

কিহেতু দোঁৱাই শিৰ, কিহৰ নিৰাশাত, কিহৰ কৰিবা অভিমান ?
মিলিছেহি সবে চোৱা আপোন পাহৰি—
ভায়ে ভায়ে কোলাকুলি চেনেহে সাদৰি।
—জয় জয় জগদীশ ! মঙ্গলময়, তযু ইচ্ছা পুৰ কৰা ভগবান।"

[ চাৰণসকলৰ প্ৰস্থান। ]

পৃথ্বী। আজি মহাশুভক্ষণত আমি ইয়াত গোটখাইছোঁহক। কনৌজৰ অধিপতি মহাৰাজ জয়চাঁদ, চিতোৰৰ ৰাণা ৰাজৰ্ষি প্ৰমুখ্যে ৰাজপুত আকাশৰ সক বৰ জোটা-তৰাসকল একেলগে, একে ঠাইতে একে উদ্দেশ্যেৰে গোট খোৱা কম সৌভাগ্যৰ কথা নহয়। দিল্লীশ্বৰ পৃথ্বীৰাজ আজি ধন্য হৈছে- দিল্লীয়ে নিজকে ভাগ্যৱতী বিবেচনা কৰিছে। 'আপোনালোক সকলোৱে জানে—ৰত্নগৰ্ভা ভাৰতৰ দুৱাৰমুখত দস্যু চাহাবুদ্দিন আহি উপস্থিত হৈছে। আমি যদি ইমানতে সেই উমৈহতীয়া শত্ৰুৰ গতি প্ৰতিৰোধ নকৰোঁ, তেন্তে তাৰ পৰিণাম কি হব সকলোৱে বুজিছে। সেইকাৰণে আজি আপোনাসকলক নিঃকিনৰ ক্ষুদ্ৰ আহ্বানে সমবেত কৰিছে। এতিয়া মোৰ বিনীত অনুৰোধ—সকলোৱে মিলি অতি শীঘ্ৰে কেনেকৈ সেই কাম অতি সুকলমে আৰু অতি সুচাৰুৰূপে সম্পন্ন হয় তাৰ এটা যুগুত মীমাংসা কৰি কাৰ্য্যক্ষেত্ৰত আগবাঢ়ক।

সমৰ। অতি উত্তম প্ৰস্তাৱ। শুভস্য শীঘ্ৰম্। বিলম্ব কৰা উচিত নহয়। চাহাবুদ্দিন আহি থানেশ্বৰৰ কাষ পাইছে। মোৰ বিবেচনাই আমি এই মুহূৰ্ত্ততে অস্ত্ৰ-শস্ত্ৰ, ঢাল তৰোৱাল লৈ যুদ্ধক্ষেত্ৰত প্ৰবৃত্ত হোৱা উচিত। দুৰ্দ্দান্ত শত্ৰুৰ ওপৰত অতৰ্কিত অৱস্থাত জপিয়াই পৰা উচিত। সন্মুখত বিশাল কৰ্ম্মক্ষেত্ৰ পৰি আছে—ভাবিবলৈ আৰু সকাম নাই। ককালত টঙালি বান্ধি তাত প্ৰবেশ কৰাৰ উপযুক্ত সময়।

ৰাজপুতসকল। মাভৈ! মাভৈ!

ভীম। এয়েই সোণালি সুযোগ। ৰাজৰ্ষিৰ আদেশমতে কাম কৰিলে আমাৰ জয় নিশ্চিত।

জয়। ইমান উতলা হোৱাৰ একো প্ৰয়োজন নাই। লাহে ধীৰে ভাবি-চিন্তি কাম কৰিলেহে তাৰপৰা সুফল আশা কৰিব পাৰি। নজনা শুনাকৈ ক্ষন্তেকৰ উত্তেজনাত কাম কৰিলে বহুত সময়ত অনুতাপ কৰিবলগীয়া হয়। সেইনিমিত্তে মোৰ বিবেচনাই কিছুদিন অপেক্ষা কৰি বিপক্ষৰ আলেখলেখ চাই কটোৱা উচিত। শত্ৰু আহি থানেশ্বৰৰ কাষ পাইছে। পাওক। সেইবাবে ভয় কৰিব নেলাগে। আমাৰ কৰ্ত্তব্য—প্ৰতি মুহূৰ্ত্তে আমি নিজকে প্ৰস্তুত কৰি ৰখা। এয়ে মোৰ যুক্তি।

বিজয়। মই কনৌজৰাজৰ যুক্তিসঙ্গত প্ৰস্তাৱ সৰ্ব্বান্তঃকৰণে সমৰ্থন কৰোঁ। তদুপৰি আমি আজি মাথোন আহি দিল্লী পাইছোঁ। শৰীৰ ভেনেই অৱশ হৈ আছে। এনে অৱস্থাত যুদ্ধক্ষেত্ৰত প্ৰবৃত্ত হবলৈ আমি সম্পূৰ্ণ অক্ষম।

ৰাজপুতসকল। নিশ্চয়! নিশ্চয়!

দেৱী। মহাৰাজ পৃথ্বীৰাজৰ মত কি?

পৃথ্বী। মোৰ স্বকীয়া মত নাই। ৰাইজৰ মতেই মোৰ মত। যি সুলভ

ৰাইজৰ ভালেই মোৰ ভাল আৰু ৰাইজৰ বেয়াই মোৰ বেয়া তেনেস্থলত ৰাইজৰ মতৰ বিৰুদ্ধে মই থিয় হব নোৱাৰোঁ। ৰাজৰ্ষিয়ে কি কয় ?

সমৰ। সঁচা কথা। মোৰো সেয়ে মত।

ভীম। তেন্তে কনৌজৰাজৰ মতেই সকলোৰে মত ?

সকলোৱে। নিশ্চয়! নিশ্চয়!

[ বেগেৰে সংযুক্তাৰ প্ৰবেশ। ]

সংযুক্তা। কেতিয়াও নহয়। কেতিয়াও নহয়। দেশবৈৰীয়ে আহি ঘৰৰ চোতালত বিজয়-ডঙ্কা বজাব লাগিছে আৰু ৰাজপুতে দুৱাৰ-চুকত সোমাই দিগ্বিজয়ৰ সপোন-সীদ্ধান্তত উপনীত হৈছে ! ই জানো মঙ্গলৰ চিন ? এনে ঘৃণিত সীদ্ধান্তত ৰাজপুত পুৰুষ সন্মত হলেও ৰাজপুত নাৰী কেতিয়াও সন্মত হব নোৱাৰে। এনে ঘৃণিত প্ৰস্তাৱ দিল্লীৰ ৰাজসভাত গৃহীত হব পাৰে বুলি মই কল্পনাও কৰা নাছিলো। দিল্লী আজি আগৰ দিল্লী নহয়। ভাৰত আজি আগৰ ভাৰত নহয়। ধিক সমবেত ৰাজপুতমণ্ডলী ! ধিক দিল্লীৰ সিংহাসন !

জয় (খঙেৰে) সংযুক্তা ! ইয়াত বলিয়ালি কৰিবলৈ আহিছ কিয় ? ৰাজসভাৰ পুৰুষৰ মাজলৈ আহিবলৈ তোৰ লাজলগা নাইনে ?

সংযুক্তা। দেউতা ! আপুনি খং নকৰিব। বলিয়ালি কৰি দৰ্শকক তৃপ্তি দিবলৈ মই অহা নাই। পুৰুষৰ মাজলৈ আহিও এনো নিন্দনীয় কাম কৰা নাই। দিল্লীত আজি পুৰুষ নাই। ৰাজস্থানত আজি পুৰুষ নাই। পুৰুষ থকা হলে মই আজি ইয়ালৈ আহিব নেলাগিলহেঁতেন। আপোনালোকক আমনি দিবলৈ নেলাগিলহেঁতেন। পুৰুষ থকা হলে হিন্দুস্থানত মুচলমানৰ বিজয় ডঙ্কা বাজিবলৈ নোৱাৰিলেহেঁতেন।

জয়। নাবালনে পাগলী ? তোক লগত অনাই মোৰ অন্যায় হৈছে।

সংযুক্তা। যাওঁ দেউতা ! কিন্তু যোৱাৰ আগেয়ে আৰু এবাৰ কৈ যাওঁ— ৰাজপুত ! জাগি উঠা। এলাহ-টোপনিৰ পৰা সাৰ পোৱা। ঘৰত ডকাইত সোমাইছেহি। এতিয়া শুবৰ সময় নহয়। জাগা। ৰাজপুত। জাগা ! [ প্ৰস্থান। ]

সমৰ। কনৌজৰাজ ! সেইটী হ'বলা আপোনাৰ কন্যা ?

জয়। এৰা, তাইৰ কথালৈ কাণ নিদিব। তাইৰ স্বভাৱেই তেনেকুৱা। কথাৰ একো লাগবান্ধ নাই।

সমৰ। মোৰ মনেৰে তেনেকুৱা বোধ নহ'ল। যি কেইষাৰ কথা কৈ গ'ল সি আখৰে আখৰে সঁচা। ঘোপমৰা আন্ধাৰত পথভ্ৰষ্ট পথিকক তিৰবিৰ বিজুলীৰ ৰেখাই বাট দেখুৱাই দিয়াৰ নিচিনাকৈ আমাক কৰ্ত্তব্যৰ পথ দেখুৱাই দি গৈছে। নত শিৰে আমি সেই পথত অগ্ৰসৰ হোৱা উচিত।

ভীম। ঠিক কৈছে ৰাজৰ্ষিয়ে। জ্ঞান, বিদ্যা আদি তিৰোতা নাইবা ভলৰ মানুহৰ পৰা শিকিবলৈ শাস্ত্ৰই কৈছে। আমিও আজি মহাৰাজ জয়চাঁদৰ কন্যাৰ মুখৰ পৰা যি কেইষাৰ উপদেশ-বাণী শুনিলো, বাস্তৱতে সি জগজ্জননী ভগৱতীৰ আদেশ। আমি সেই আদেশ মানিবই লাগিব।

ৰাজপুত ৰজাসকল। নিশ্চয় ! নিশ্চয় !

পৃথ্বী। ৰাজপুত নৃপতিবৃন্দ ! আপোনালোকে নভবা-নিচিন্তাকৈ এবাৰ ইফালে এবাৰ সিফালে নিজৰ মত পৰিবৰ্ত্তন কৰা উচিত হোৱা নাই। যি হয় এটা সোণকালে কৰক। কওক, এইবাৰ কিবা আপত্তি আছেনে ?

সকলোৱে। নাই।

পৃথ্বী। তেন্তে সকলোৱে অতি শীঘ্ৰে প্ৰস্তুত হওক। জয় জগদম্বা যুদ্ধ কাৰ্য্যক্ষেত্ৰত আগভৰি দিয়ক।

[ সকলোৱে থিয় হয়। চাৰণসকলৰ পুনৰ প্ৰৱেশ। ]

চাৰণ —গীত—

গাওঁ আঁহা সমস্বৰে জয় মাতৃ জয়।

হিংসা দ্বেষ পা'ক লয় আঁতৰক শত্ৰু-ভয়

জয় ৰাজস্থান হিন্দুস্থান মাভৈ, মাভৈ!

পূৰ্ণ হোক অভিলাষ— কৰোঁ শত্ৰুৰক নাশ

মান ৰ'ক জননীৰ মাভৈ মাভৈ মাভৈ!

শত্ৰুৱে লুটিছে আহি আমি কি থাকিম বহি

প্ৰাণ-টাকি কৰোঁ ৰণ—জয় মাতৃ জয়!

পুৰস্কৃৰ জয়দানে ওপৰৰ ভগৱানে

যুদ্ধ কৰোঁ ৰঙমনে, জয় মাতৃ জয়!

সমৰ। দেখা যাওক কাৰ সাধ্য ৰাজপুতৰ সম্মিলিত শক্তিক পৰাস্ত কৰে? আৰু কথা কবলৈ সময় নাই। সকলোৱে মাতৃমন্ত্ৰত দীক্ষিত হৈ মাতৃৰ পবিত্ৰ মন্ত্ৰ উচ্চাৰণ কৰক। জয় হিন্দুস্থানৰ জয়!

সকলোৱে। জয় হিন্দুস্থানৰ জয়।

সমৰ। জয় জগদম্বাৰ জয়!

সকলোৱে। জয় জগদম্বাৰ জয়।

পৃথ্বী। আৰু চাই থাকিব পাৰিনে মাতৃপূজাৰ মোহন পূজাৰীসকল? ইমানতো কোন দেশভক্ত ৰাজপুতৰ তেজ ওপত হৈ উঠা নাই? সুপ্ত ৰাজপুতে সাৰ পাই সিংহৰ নিচিনাকৈ গৰজি উঠিছে। মাতৃ পূজাৰ বোধন-শঙ্খ বাজি উঠিছে। মাভৈ মাভৈ হিন্দুস্থান!

---

ঐক্যতান

# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

### থানেশ্বৰৰ ওচৰ—ঘোৰীৰ শিবিৰ

[ ঘোৰীয়ে ফটিকা পান কৰিছে। ওচৰতে গিয়াছ। ]

ঘোৰী। গিয়াছ !

গিয়াছ। হুজুৰ ! হুজুৰ !

ঘোৰী। আচ্ছা ফটিকা ! ভাৰি আচ্ছা ! বাইজী লে আও। চিৰাজী লে আও।

গিয়াছ। তোফা ! তোফা ! কেয়াবাত। এই যে বিবিজান !

[ দিলজানৰ প্ৰৱেশ ]

দিল। —গীত—

"আজি জোনালী ৰজনী ধুনীয়া
আহাঁহে বিলাসী—ৰূপৰ পিয়াসী
পিয়াহি প্ৰেম অমিয়া।
আঙুৰ বনত ৰই—
তোমাকে অপেক্ষি
আছো প্ৰাণসখি
বুকুৰ সুৰভি লই।

নিখিল ভুৱন তন্দ্ৰা-মগন
উতলা মন পাপীয়া,
ভেটকুৱঁৰীৰ বোৰ্‌কা মেলি
চন্দ্ৰাৱলীৰ মদন-কেলি।
হাছনাহানাৰ মলয় বিহাৰ,
শৰত নিশাৰ অভিসাৰ,
—অহা পৰাণ-সখিয়া!”

ঘোৰী। দিলজান! মই কত? আচমানত নে পৃথিবীত? তোৰ সঙ্গীতৰ ধৌত ভাহি আহি নিশ্চয় মই আচ্‌মান পাইছোঁ। নহলে জানো দেৱদুৰ্লভ তোৰ ৰূপ-সুধা নীৰস পৃথিবীত থাকি কোনোবাই পিব পাৰে? গা, গা আৰু গা দিলজান! তোৰ সঙ্গীতত—সমস্ত দুনীয়া—বেহেস্ত গুলজাৰ হওক। মোৰ কলিজা! তোৰ সঙ্গীতৰ ধৌৱে মোক আৰু ওপৰলৈ তুলি দিয়ক।

দিল (পুনৰ গীত)

ঘোৰী। মই কত? সঁচাকৈয়ে আচ্‌মান পাইছোঁহি নেকি? গিয়াছ!

গিয়াছ। খোদাবন্দ!

ঘোৰী। ফটিকা ঢাল।

গিয়াছ। খোদাবন্দ! (ফটিকা ঢালি দিয়ে।)

ঘোৰী। অহ! মোৰ হৃদয় জুৰ পৰি গ'ল। দিলজান! তয়ো এধোকা খা।

দিল। মই ফটিকা নেখাওঁ।

ঘোৰী। ফটিকা নেখাৱ? তেন্তে কি খাবি? মোৰ প্ৰাণটোকে তই খা।

দিল। আপুনি মোৰ প্ৰাণ থাওক।

ঘোৰী। থামতো, আলবৎ থাম। দুনীয়ালৈ আহিছোঁই থাবৰ নিমিত্তে। যদি তোৰ ৰূপ-যৌৱন আৰু সৌন্দৰ্য্যৰ সুধাৰাশিকে নেথাওঁ তেন্তে কি থাম দিলজান? গিয়াছ!

গিয়াছ। হজুৰ! খোদাবন্দ!

ঘোৰী। আকাশত জোন উঠিছেনে?

গিয়াছ। নাই উঠা খোদাবন্দ! বাহিৰত ঘোপমৰা আন্ধাৰ।

ঘোৰী। কিন্তু মোৰ শিবিৰত হলে জোনবাই উঠিছে। তই চাবলৈ ইচ্ছা কৰ নেকি গিয়াছ?

গিয়াছ। খুব কৰোঁ খোদাবন্দ!

ঘোৰী। কুচ পৰোৱা নাই। তেন্তে মোৰ এই দিলজানৰ মুখখনিলৈ চা।

গিয়াছ। চাইছোঁ খোদাবন্দ!

ঘোৰী। ক, এতিয়া ঠিক কথা গিয়াছ! আকাশৰ জোন আৰু মোৰ দিলজানৰ মুখৰ ভিতৰত কিবা তফাৎ আছেনে?

গিয়াছ। নাই অলপো নাই। চুলি এডালৰ সমানো নাই খোদাবন্দ!

ঘোৰী। তেন্তে ঠিক কথা ক গিয়াছ! দুনীয়াত মোতকৈ সুখী কোন?

গিয়াছ। কোনো নাই খোদাবন্দ! কোনো নাই।

ঘোৰী। ঠিক কথা কৈছ গিয়াছ! দুনীয়াত ময়েই সকলোতকৈ সুখী। কেতুগ্রহে বছেৰেকত চন্দ্ৰক এবাৰ গ্ৰাস কৰে মাথোন। কিন্তু মই মোৰ দিলজানক সদায় গ্ৰাস কৰোঁ,—সদায় তাইৰ মাধুৰী পিওঁ—সদায় তাইৰ সৈতে প্ৰেমৰ নন্দনবনত ঘূৰি ফুঁৰোঁ। মোৰ কি ফুৰ্ত্তি! কি সুখ! তই ঠিক কথা কৈছ গিয়াছ! দুনীয়াত মোতকৈ সুখী কোনো নাই।

নেপথ্যত। জয় হিন্দুস্থানৰ জয়! (ৰণবাদ্যধ্বনি)

দিল। ই কি প্ৰিয়তম ! বাহিৰত কিহৰ বাজনা বাজিছে ? কিহৰ জয়ধ্বনি ?

ঘোৰী। ভয় নকৰিবি দিলজান ! সেয়া একো নহয়। মই থাকোঁতে তোৰ একো হব নোৱাৰে। কোনেও তোক মোৰ বুকৰ পৰা আঁতৰাই নিব নোৱাৰে।

( নেপথ্যত পুনৰ ৰণবাদ্যধ্বনি—জয় হিন্দুস্থানৰ জয় । )

দিল। শুনক, পুনৰ শুনক।

ঘোৰী। কি মস্কিল ! গিয়াছ ! বাহিৰত সেয়া কিহৰ হাল্লা চাই আহ্।

গিয়াছ। বহুত আচ্ছা খোদাবন্দ ! [ প্ৰস্থান ]

ঘোৰী। দিলজান ! মই তোক কিয় ইমান ভালপাওঁ ? মই তোৰ কি হওঁ ?

দিল। আপুনি মোৰ হৃদয়ৰাজ্যৰ সম্ৰাট।

ঘোৰী। তয়ো মোৰ হৃদয়ৰাজ্যৰ সম্ৰাজ্ঞী। তোৰ আৰু মোৰ মাজত সম্বন্ধ কি ?

দিল। প্ৰীতি ভালপোৱাৰ।

ঘোৰী। সঁচা, সঁচা দিলজান ! সঁচা মোৰ বুকুৰ কলিজা !

[ গিয়াছৰ প্ৰৱেশ । ]

গিয়াছ। সৰ্ব্বনাশ খোদাবন্দ ! সৰ্ব্বনাশ। বাহিৰত ভীষণ ব্যাপাৰ—তুমুল কাণ্ড। হেন্দু সৈন্যৰ গুৰি পকৰাৰ লানি। আমাক বেঢ়ি ধৰিছে।

ঘোৰী। কি কৈছ ? হিন্দু সৈন্য ! আমাৰ সৈন্যবোৰে কৰিছে কি ?

গিয়াছ। কি কৰিব আৰু ! টোপনিত সপোন দেখিছে। ( স্বগত ) সিহঁতৰ গাতো বৰ দোষ নাই। স্বয়ং জাহাপনাই বিলাসমন্দিৰত বিবিজানক লগত লৈ তোকা তোফা মাৰিছে।

ঘোৰী। আল্লা! এই নিশা অতৰ্কিত অবঘাত আক্ৰমণ! বাৰু দেখা যাব। গিয়াছ! মোৰ তৰোৱাল ক'ত?

গিয়াছ। সিটো কোঠাত আছে।

ঘোৰী। মই যাওঁ। গিয়াছ! তই ইয়াত মোৰ দিলজানৰ কাষত থাক। সৈন্যবিলাকক টোপনিৰ পৰা জগাওঁগৈ। দিলজানক ৰক্ষা কৰা ভাৰ তোৰ গাত।

গিয়াছ। বহুত বহুত আচ্ছা। আপুনি যাওক। [ ঘোৰীৰ প্ৰস্থান। ]
এতিয়াহে মজা। সোণালি সুযোগ। খোদাবন্দ গ'ল। আৰু যে আহিব সেই আশা কৰা মিছা। বাহিৰত এতিয়াই থৈয়ানথৈয়া ৰণ লাগিব। হেন্দুইতৰ যেনেকুৱাহে কোব দেখিছোঁ আজি আৰু আমাৰ পক্ষত আল্লা নাই। দিলজান! মোত আত্মসমৰ্পণ কৰা। নহলে আজি তোমাৰো হৰলগীয়া পালি নহে নেথাকে। বুজিছাতো?

দিল। বুজিছোঁ। জাহাপনাইতো মোৰ ৰক্ষাৰ ভাৰ তোমাৰ ওপৰতে দি গৈছে।

গিয়াছ। দিছেতো। নিদিলে মই তোমাক এনে কথা কওঁনে? এতিয়া মোৰ বস্তু মোক চমজাই দিয়া,—দিয়া।

দিল। গিয়াছ! তুমি বলিয়া হলা নেকি? তোমাৰ কথাৰ অৰ্থ কি?

গিয়াছ। মই বলিয়া হোৱা নাই। মোৰ কথাৰ অৰ্থ আছে দিলজান! মোক তোমাৰ প্ৰেম লাগে—তোমাৰ ভালপোৱা লাগে—তোমাৰ সকলো লাগে। এতিয়া মোৰ কথা বুজিলানে দিলজান?

দিল। দূৰ হ পাষণ্ড! পৃথিবীৰ সামান্য কীট হৈ বেহেস্তৰ পৰীৰ কাৰণে আশা নকৰিবি।

গিয়াছ। নহয় প্ৰিয়তমে! মই তোমাক বৰ ভালপাওঁ। মোক দিয়

নকৰিবা। তুমি বসগোল্লা। মই টপৰ কৰি গিলি থব খুজিছোঁ। আজি আল্লাই সোণালি সুযোগ মিলাই দিছে। আঁহা হৃদয়েশ্বৰি! মোক নিৰাশ নকৰিবা।

দিল। খবৰ্দ্দাৰ গিয়াছ! এনে দুঃসাহস নকৰিবি। চাওঁ, কোন আছ?

গিয়াছ। হাঃ হাঃ কোনো নাই। তুমি আৰু মই। সেইদেখিতো কৈছোঁ, সোণালি সুযোগ।

দিল। খবৰ্দ্দাৰ! মুখ চম্ভালি কথা কবি। মই দিলজান!

গিয়াছ। তুমি দিলজান বুলি জানিহে মই প্ৰেমবাণ প্ৰয়োগ কৰিছোঁ। এতিয়া আৰু মোৰ গাত দোষ নাই। মই মোৰ কৰ্ত্তব্য কৰিম। ( হাতত ধৰে )

দিল। হাত এৰি দে চয়তান! খোদা! মোক কামুক পিশাচৰ হাতৰ পৰা ৰক্ষা কৰা। ( কান্দে )

গিয়াছ। নেকান্দিবা লাহৰী! মই তোমাক দুখ দিবলৈ এনে কাম কৰা নাই। আজিৰ পৰা মই তোমাৰ দুখানি চৰণৰ নিকিনা গোলাম প্ৰাণেশ্বৰী!

[ সমৰসিংহ আৰু দুজন ৰাজপুত সেনাৰ প্ৰৱেশ। ]

সমৰ। বন্দী কৰ। বন্দী কৰ।

গিয়াছ। ইয়া আল্লা! থিয়ৈ থিয়ৈ মাল্লা।

১ম সৈন্য ( গিয়াছক বন্দী কৰি ) খবৰ্দ্দাৰ, থিৰ থাকিবি।

গিয়াছ। মোৰ অপৰাধ? হুজুৰ মা বাপ।

সমৰ। প্ৰথম অপৰাধ, তুই শত্ৰু। দ্বিতীয় অপৰাধ, পৰস্ত্ৰিবোতাৰ ওপৰত বল প্ৰয়োগ কৰা। সৈনিক! পৰস্ত্ৰিবোত্তাৰ গাত হাত নিদিবি।

২য় সৈন্য। তেন্তে বান্ধিম কেনেকৈ?

সমৰ। নেলাগে বান্ধিব। নাৰী! তুমি যাব পাৰা। ৰাজপুতে নাৰীৰ মৰ্য্যাদা বুজে।

দিল। কলৈ যাম ?

সমৰ। যলৈকে ইচ্ছা।

দিল। খোদাই আপোনাৰ মঙ্গল কৰক। [ প্ৰস্থান। ]

সমৰ। বন্দীক লৈ আহ।

সিপাহী। হজুৰ মা বাপ। হজুৰ মা বাপ। [ সকলোৰ প্ৰস্থান। ]

---

# দ্বিতীয় দৰ্শন

## তৰাইন—ৰণস্থল

[ দেৱীসিংহ আৰু কুটুবৰ যুদ্ধ কৰি কৰি প্ৰবেশ। ]

কুটুব। কাফেৰ ! তোৰ আৰু মৃত্যুলৈ বেছি সময় নাই। এইবাৰ তোৰ মৃত্যু। ইষ্টদেৱতাক স্মৰণ কৰি ল।

দেৱী। ৰাজপুতে মৃত্যুলৈ ভয় নকৰে দস্যু ! বৰং তই যদি মৃত্যুৰ সপোন দেখিছ তেন্তে অস্ত্ৰ পৰিত্যাগ কৰ।

কুটুব। বাৰু, দেখা যাওক কাৰ মৃত্যু।

[ যুদ্ধ কৰি কৰি প্ৰস্থান। ]

[ তৰোৱাল নচুৱাই সমৰসিংহৰ প্ৰবেশ। ]

সমৰ। দেৱতা তেত্ৰিছ কোটি, দশ দিকপাল !
চোৱা, চোৱা সবে চোৱা তললই।

মহোল্লাসে মুক্তকেশী দিগম্বৰী হই
তাধৈ, তাধৈ, তাধৈ, নাচ তৰোৱাল !
বাজ, বাজ ৰণ-ভেৰী ! বজ্ৰ নিনাদেৰে ;
কৰ আজি মুক্ত অসি ! শত্ৰু ৰক্তপান
বইছে শোণিত-ধাৰা বিজুলী বেগেৰে
জয় জয় মোৰ দেশ, জয় হিন্দুস্থান !
পলায়, পলায় সউ শিয়ালৰ পাল
তা ধৈ, তাধৈ, তাধৈ, নাচ তৰোৱাল !

ৰাজপুতৰ জয় নিশ্চিত। আহা—আ ! সৌৱা শত্ৰু পলাইছে ! আহা—আ ! ৰাজপুত ! আক্ৰমণ কৰ। আক্ৰমণ কৰ। বজ্ৰনিনাদে পৃথিবী কঁপাই তোল। যুদ্ধৰ হেন্দোলনিত ভূমিকম্পৰ সৃষ্টি কৰ। মহাপ্ৰলয়ৰ সৃষ্টি কৰি জগত-বাসীৰ মনত আতঙ্ক জন্মা। উত্তৰে, দক্ষিণে, পূবে, পশ্চিমে, সকলোতে প্ৰচাৰ কৰি দে—হিন্দু মৰা নাই, ৰাজপুত জীয়াই আছে। সূৰ্য্যদেৱ ! তুমি অস্ত যোৱাৰ আগেয়ে এবাৰ এই ফালে কেৰাহিকৈ চাই যোৱাঁ। তুমি নিজচকুৰে যি দেখিছা, তোমাৰ প্ৰখৰ উত্তাপ যতে পৰে, তাতে প্ৰচাৰ কৰি দিয়া—ৰাজপুত জীয়াই আছে। বায়ুদেৱ ! তুমি যিমান দূৰ বিয়পি আছা সকলোতে জাননী দিয়া—ৰাজপুত জীয়াই আছে। যদি বিশ্বাস নকৰা, তেন্তে চাই লোৱা। সৌৱা,সৌৱা, ৰাজপুতৰ বীৰত্ব চোৱা। ৰাজপুত ! ৰাজপুত ! যুদ্ধ কৰ, যুদ্ধ কৰ। পাচ-সুহহৰ্কিৰি। [ প্ৰস্থান ]

[ কুটুব আৰু ঘোৰীৰ প্ৰবেশ। ]

ঘোৰী। কুটুব ! আমাৰ যে পৰাজয়ৰ লক্ষণ দেখা গৈছে !

কুটুব। ঠিক, জাহাপনা ! ঠিক।

ঘোৰী। তথাপি পুৰুষৰ পুৰুষাৰ্থ লাগে।

কুটুব। ঠিক, জাহাপনা ঠিক।

ঘোৰী। হৰাজিকাৰ ওপৰত আমাৰ হাত নাই। সি খোদাৰ হাতত।

কুটুব। ঠিক, জাহাপনা ! ঠিক।

ঘোৰী। তেন্তে কুটুব ! যোৱা। পলম নকৰিবা। সময়ৰ অপব্যয় নকৰিবা। যুদ্ধ কৰাগৈ।

কুটুব। যিবা আদেশ। [ কুৰ্ণিশ কৰি প্ৰস্থান। ]

ঘোৰী। সৈন্যসকল ! হতাশ নহবা—পাচভৰি নিদিবা। আল্লাৰ পবিত্ৰ নাম উচ্চাৰণ কৰি প্ৰাণটাকি যুদ্ধ কৰা। যুদ্ধক্ষেত্ৰ নৈৰাশ্যৰ প্ৰহেলিকা দেখা ঠাই নহয়—যুদ্ধক্ষেত্ৰ কাপুৰুষৰ কাপুৰুষালিৰ ঠাই নহয়,—বীৰ্য্যবান পুৰুষৰহে কৰ্ম্মক্ষেত্ৰ যুদ্ধক্ষেত্ৰ। মৰণৰ মৰ্ম্মভেদী আৰ্ত্তনাদ শুনি ভয় নেখাবা—চয়তানৰ চয়তানি লীলা দেখি মুগ্ধ নহবা। পিশাচৰ তাণ্ডৱ-নৃত্য দেখি নিজৰ শক্তিক পাহৰি নেযাবা। মৃত্যুৰ আলিঙ্গন দেখি পাচভৰি নিদিবা। যুদ্ধ কৰা—যুদ্ধ কৰা।

[ অজয়সিংহৰ প্ৰৱেশ ]

অজয়। যুদ্ধ কৰা, যুদ্ধ কৰা ঘোৰী ! গৌৰৱৰ তেজোময় সূৰ্য্য পশ্চিমত অস্ত যায়। দস্যু চাহাবুদ্দিনৰ অভিমান-গগুপ শ্মশানত ছাই হৈ পুৰি যায়।

ঘোৰী। কোন তই ভ্ৰান্ত বালক ?

অজয়। এই তৰোৱালে মোৰ পৰিচয় দিব চাহাবুদ্দিন ! আৰু বেছি সময় অতিবাহিত কৰাৰ প্ৰয়োজন নাই। মই ভাৰতবাসী—তই বিদেশী। খোল তৰোৱাল।

ঘোৰী। খবৰ্দাৰ বালক ! জ্বলা জুইত জাপ দি মৰিবলৈ আহিছ কিয় ? যা, আঁতৰি যা।

অজয়। হিন্দুবালক আঁতৰি নেযায়—যায় যদি আঁতৰি যাব দস্যু-বীৰ চাহাবুদ্দিন।

ঘোৰী। এতিয়াও কৈছোঁ—যা, আঁতৰি যা। তোৰ এই সাহসৰ একো প্ৰয়োজন নাই। তোলৈ মোৰ বৰ মৰম লাগিছে।

অজয়। বেচতো দয়া! বেচতো উদাৰতা চাহাবুদ্দিন! ইয়াৰ নাম দয়া কিম্বা উদাৰতা নহয়,—ইয়াৰ নাম কাপুৰুষতা। তোৰ নিচিনা বাক্যবীৰ বহুতো দেখিছোঁ। যদি যুদ্ধ কৰিবলৈ শক্তি নাই প্ৰাণ লৈ পলাব পাৰ।

ঘোৰী। তেন্তে এবাৰ দেখা যাওক—ঘোৰীৰ হাতৰপৰা তোক কোনে ৰক্ষা কৰে। [ যুদ্ধ ]

অজয়। বলি কিয় চাহাবুদ্দিন? অস্ত্ৰ ধৰ—অস্ত্ৰ ধৰ—

ঘোৰী। মই আৰু তোৰ বিপক্ষে অস্ত্ৰ নধৰোঁ। মই তোৰ বীৰত্বত একেবাৰে স্তম্ভিত হৈছোঁ। তোৰপৰা খোদাৰ পৱিত্ৰ সৃষ্টিত বহুত উপকাৰ হব।

অজয়। নহয় চাহাবুদ্দিন! তেনে কথা কেতিয়াও হব নোৱাৰে। যুদ্ধ কৰ—যুদ্ধ কৰ— [ পুনৰ যুদ্ধ। অজয়ৰ পৰাভৱ। ]

ঘোৰী। [ অজয়ৰ বুকত অস্ত্ৰ বহুৱাই দি ] দাম্ভিকতাৰ প্ৰতিফল ল।

অজয়। চাহাবুদ্দিন! মই এজন নগণ্য ৰাজপুত। মোতকৈ শ্ৰেষ্ঠ ৰাজপুত শই শই হেজাৰে হেজাৰে আছে। সিহঁতৰতো একো হোৱা নাই। ধন্য হলোঁ। চাহাবুদ্দিন! ধন্য হলোঁ। বীৰত্বৰ পুৰস্কাৰ মৃত্যুৰে আজি মোৰ জীৱন সাৰ্থক কৰিলে,—অমৰত্ব দান কৰিলে।

ঘোৰী। বালক হলেও তোৰ বীৰত্ব অতুলনীয়। যাওঁ, কুটুবুদ্দিনক সহায় কৰোঁগৈ। [ প্ৰস্থান। ]

অজয়। আই ভাৰত! তোমাৰ কাৰণে যুদ্ধ কৰি আজি মই কৃতাৰ্থ

হৈছোঁ। দুৰ্গম মুক্তিৰ বাট বিণিকি-বিণিকি দেখা পাইছোঁ। মৃবিবলৈ গাত বল পাইছোঁ। স্বদেশ আৰু স্বজাতিৰ কাৰণে যুদ্ধ কৰি আজি মোৰ জীৱন সাৰ্থক হৈছে।　　　　[ পৃথ্বীৰাজৰ প্ৰৱেশ। ]

অজয়। কোন সেই জন ?

পৃথ্বী। মই পৃথ্বীৰাজ। কোন তুমি ? অজয় ? ভাই অজয় !

অজয়। ভাই পৃথ্বীৰাজ ! মহাৰাজ !

পৃথ্বী। তোমাৰ এই অৱস্থা কোন পাষণ্ডই কৰিলে অজয় ?

অজয়। শত্ৰুৱে—ভাই ! শত্ৰুৱে। আচৰিত নহবা। শত্ৰুৱে শত্ৰুৰ ওপৰত চিৰকাল এনে অত্যাচাৰ কৰে।

পৃথ্বী। অজয় ! ভাই ! বন্ধু ! মই তোমাৰ এই অৱস্থা চাই থাকিব নোৱাৰোঁ। উঃ, বুকু ফাটি গৈছে। অজয় ! মই কি কৰোঁ ? মোৰ কৰ্ত্তব্য কি ? প্ৰতিশোধ ললে—যুদ্ধত জয়ী হলে মোৰ লাভ হব কি ? সেই জয়ৰ আনন্দ ভোগ কৰিম কাৰ স'তে ? বন্ধু ! তুমি আগেয়ে পলাব খুজিছা। আৰু শ্মশানত বন্তি জ্বলালে কি হব ?

অজয়। হিমাদ্ৰিৰ দৰে অচল অটল হোৱা বন্ধু ! যদি মোক ভালপোৱা—যদি মোক শান্তি দিব খোজা—তেন্তে যুদ্ধৰপৰা ক্ষান্ত নহবা। মই নহলে হানি কি ? তোমাৰ বিজয় বাৰ্ত্তা শুনি জগতে আনন্দ কৰিব। স্বৰগৰপৰা নামি আহি মোৰ আত্মায়ো সেই আনন্দত যোগ দিব। ভয় কৰিছা কিয় ? বলা, মোক শিবিৰলৈ লৈ বলা।

পৃথ্বী। বলা বন্ধু ! মই তোমাৰ কথা পেলাব নোৱাৰোঁ।

[ অজয়ে পৃথ্বীৰাজৰ কান্ধত ভৰ দি যায়। ]

---

# তৃতীয় দৰ্শন

## জয়চাঁদৰ শিবিৰ

[ সংযুক্তা আৰু বিজয়া। ]

সংযুক্তা। সখী! ককাইদেৱে কোৱা কথা আখৰে আখৰে সঁচা। যুদ্ধক্ষেত্ৰ বৰ ভয়ানক। তাতোকৈ সঁচা কথা কব লাগিলে—ভয়ানকতকৈয়ো বেছি ভয়ানক। মানুহে মানুহক মাৰে—মানুহৰ তেজেৰে মানুহে হাত ৰাঙলী কৰে—মানুহৰ জ্বালা-যন্ত্ৰণা চাই মানুহে পিশাচৰ নিচিনা বিকট হাঁহি মাৰে। সংসাৰত ইয়াতকৈ আৰু কি ভয়ানক আছে?

বিজয়া। ঠিক কথা কৈছা সখী! মোৰ পক্ষে ইয়াত থকাই অসহ্য হৈ উঠিছে। ঘৰ পালেই ৰক্ষা। মানুহৰ জ্বালা-যন্ত্ৰণা কিমান চাম? অসহ্য! বৰ অসহ্য! আহত সৈন্যবোৰৰ কথা মনত পৰিলে চকুলো ওলায়—বুকু ফাটি যায়। আমি যেতিয়া পানী নি লাহে লাহে সিহঁতৰ মুখত ঢালি দিছিলোঁ। তেতিয়া যেন নিমিষৰ কাৰণে নৱ জীৱন পাইছিল। অহ্! মানুহৰ অৱস্থা! আমি দুৰ্ব্বলা অবলা হৈ চকুৰ আগত এনে জ্বালা-যন্ত্ৰণা চাই থাকিব নোৱাৰোঁ। সখী! দেউতাক কোৱা আমাক ঘুৰাই পঠিয়াই দিয়ক।

সংযুক্তা। কি সখী! ইমান কাতৰা তুমি? ৰাজপুতৰ ঘৰত জন্ম লভি, ইমান কোমলা হোৱা উচিত নহয়। তুমি ৰাজপুত নাৰী—ৰাজপুতৰ জীয়াৰী। ভাগ্য-চক্ৰ সদায় সমানে ঘূৰে—কালৰ পচোৱা বতাহ সদায় একেকালে নবয়। আজি তুমি অবলা কোমলা ৰাজপুতবালা হৈ

বিশ্বনাটত ভাও দিছা—কিন্তু, এদিন তুমিয়েই নাৰী ! ভয়ঙ্কৰা চামুণ্ডা মূৰ্ত্তিৰে জগত কঁপাই তুলিব লাগিব। তেতিয়া কৰিবা কি সখী ? শিকা—এতিয়াৰ পৰা শিকা—সুখ কৰিবলৈ শিকা, দুখ কৰিবলৈ শিকা, হাঁহিবলৈ শিকা, কান্দিবলৈ শিকা, বিশ্বনাটত বহুৰূপিনীৰ ভাও দিবলৈ শিকা। তেতিয়াহে তুমি কব পাৰিবা, নিজৰ পৰিচয় দিব পাৰিবা যে তুমি ৰাজপুত নাৰী।

বিজয়া। সংযুক্তা ! তুমিয়েই মোৰ সখী, পিতৃ, মাতৃ সকলো। সৰুৰে পৰা পিতৃমাতৃয়ে সংসাৰত মোক বাট-মাউৰী কৰি এৰি থৈ যোৱাৰে পৰা তুমিয়েই মোৰ পিতৃ-মাতৃ ভাই-ভনীৰ স্থান অধিকাৰ কৰিছা। তোমাৰ কথা মই দলিয়াই পেলাব নোৱাৰোঁ। মই তোমাৰ কথামতে কাম কৰিম। তুমি যি পথ দেখুৱাই দিবা সেই পথেৰে খোজ কাঢ়িম। এইদৰে মাজে সময় শুধৰাই থাকিবা সখী !

সংযুক্তা। সখী ! সৌৱা কোন ? তেজেৰে ৰাঙলী হৈ আমাৰ ফালে আহিব লাগিছে। লগত দেখোন দিল্লীশ্বৰ পৃথ্বীৰাজ!

বিজয়া। বোধকৰো কোনোবা আহত সৈনিক ! পালেহিয়েই।

[ তেজেৰে ৰাঙলী অজয় আৰু পৃথ্বীৰাজৰ প্ৰৱেশ। ]

অজয়। থোৱা দিল্লীশ্বৰ ! মোক ইয়াতে থোৱা। ইয়াতেই মোৰ মৰণ-শয্যা হওক।

সংযুক্তা। কোন ? ককাইদেউ নেকি ?

[ আগবাঢ়ি আহি পৃথ্বীৰাজক দেখি পাচুৱাই যায়। ]

অজয়। এয়ো সংযুক্তা ! ভোৰ ককাইদেৱেৰ। আহি পাচুৱাই গলি কিয় ? লাজ কৰিছিয়ি। এওঁ দিল্লীশ্বৰ পৃথ্বীৰাজ। একো লাজ নাই ! আহ, মোৰ প্ৰাণৰ ভনীটি !

সংযুক্তা। ককাইদেউ ! যুদ্ধৰ ফলাফল ?

পৃথ্বী। এতিয়াও একো নিশ্চয় হোৱা নাই।

অজয়। তোমাক এইদৰে ৰাখি মই বৰ ভুল কৰিছোঁ। যোৱা, যুদ্ধলৈ যোৱা। জয়ী হৈ ডিঙিত বিজয়মালা পিন্ধি আহাঁপে।

পৃথ্বী। আৰু নহয় ভাই!—আৰু নহয়। পৃথ্বীৰাজৰ দ্বাৰা আৰু ভেনে কাম নহয়। যি হয় হৈ থাকক। মই অস্ত্ৰ পৰিত্যাগ কৰিছোঁ।—মোক ৰাজ্য নালাগে। তোমাৰ নিচিনা বন্ধুৰ মূল্য এনেকুৱা হাজাৰ হাজাৰ ৰাজ্যতকৈয়ো বেছি। আজি তোমাক হেৰুৱাই হাজাৰ ৰাজ্য হাৰুৱাইছোঁ। মই আৰু যুদ্ধ নকৰোঁ। মই পৰাস্ত।

সংযুক্তা। ই জানো দিল্লীশ্বৰ পৃথ্বীৰাজৰ কথা? আপুনি যুদ্ধ নকৰিলে ককাইদেউৰ জীৱন আৰু উভটি নাহে। যাওক, যাওক মহাৰাজ! পলম নকৰিব। আপুনি যদি তেওঁক সঁচাকৈয়ে ভালপায় তেন্তে মোৰ কথা শুনক। মৰণৰ আগেয়ে তেওঁক জানিবলৈ দিয়ক যে ৰাজপুতৰ জয় নিশ্চিত— তেওঁৰ জীৱন বলি দিয়া অসাৰ্থক হোৱা নাই।

পৃথ্বী। মই যে তেওঁক অকলৈ এৰি যাব নোৱাৰোঁ।

সংযুক্তা। কিয়, আমি নাই নেকি? যাওক মহাৰাজ! ককাইদেউৰ ৰক্ষাৰ ভাৰ মোৰ ওপৰত থাকিল।

অজয়। ঠিক কথা কৈছ ভনীটী! এনে কথাহে ৰাজপুত ৰমণীৰ মুখত শোভা পায়। পৃথ্বীৰাজ! বন্ধু! যোৱা।

পৃথ্বী। যাম ৰাৰু! কিন্তু, যোৱাৰ আগতে কোৱা—মই মানুহ নে পিশাচ?

অজয়। তুমি মানুহো নোহোৱা, পিশাচো নোহোৱা,—তুমি দেৱতা। পৃথ্বীৰাজ! তুমি যোৱা। কিন্তু, যোৱাৰ আগতে মোৰ এটা অনুৰোধ ৰাখিবানে? শেষ অনুৰোধ,—অন্তিম অনুৰোধ—

পৃথ্বী। কোৱা বন্ধু! তোমাৰ অনুৰোধ যিমানেই টান নহওক, মই নিশ্চয় ৰাখিম। মোৰ প্ৰাণ পৰ্যান্ত বলি দিব লগা হলেও তোমাৰ অনুৰোধ ৰাখিম।

অজয়। ভাল কথা,—মই বৰ সন্তোষ পালোঁ। চাওঁ সংযুক্তা! তোৰ হাতখন দে। পৃথ্বীৰাজ! তোমাৰ হাতখনো দিয়া। [ দুয়োৰো হাত লগ কৰি দিয়ে। ] পৃথ্বীৰাজ! বন্ধু! মহাৰাজ! আমাৰ হিন্দুশাস্ত্ৰমতে আজি তোমালোকৰ গান্ধৰ্ব বিবাহ হল। আজিৰ পৰা সংযুক্তা তোমাৰ—তুমি সংযুক্তাৰ। তুমি সকলো বিঘিনি নেওচি সংযুক্তাক তোমাৰ কৰি লবা। এয়ে মোৰ অন্তিম অনুৰোধ। আৰু কৰলগীয়া নাই। সংসাৰত কাম প্ৰায় শেষ হৈ আহিল। তুমি এতিয়া যোৱা বন্ধু!

পৃথ্বী। যাওঁ বন্ধু! দয়া-মমতা সকলো পুৰি ছাই কৰি থৈ যাওঁ—পিশাচ হৈ যাওঁ। [ প্ৰস্থান। ]

অজয়। সংযুক্তা!

সংযুক্তা। ককাইদেউ!

অজয়। বিজয়া!

বিজয়া। ককাইদেউ।

অজয়। তহঁতে আৰু মোৰ কাৰণে শোক নকৰিবি—বেজাৰৰ চকুলো নুটুকিবি। সংসাৰত মোৰ আৰু আৱশ্যক নাই। মই যাওঁ। তহঁতো এদিন যাব লাগিব।

[ দিলজান আৰু দুজন মুচলমান সেনাৰ প্ৰবেশ। ]

সেনা দুজন। আল্লা হু আকবৰ!

দিল। বন্দী কৰ! বন্দী কৰ! হাতে ভৰিয়ে বান্ধি দে।

সংযুক্তা। খবৰ্দাৰ! আমাৰ গাত হাত নিদিবি।

দিল। বন্দী কৰ! বহুত বকচিচ্ পাবি। বন্দী কৰ!

স যুক্তা। খবৰ্দাৰ !

অজয়। কি হৈছে ?

সংযুক্তা। শিবিৰত শত্ৰু।

অজয়। শত্ৰু ! ব তেন্তে।

[ উঠি আক্ৰমণ কৰি সৈন্য দুজন হত্যা কৰে, দিলৰ পলায়ন। ]

অজয়। কেনে পালি ? ব মযো যাওঁ। [ মৃত্যু। ]

বিজয়া, সংযুক্তা। ককাইদেউ ! [ বহি পৰে ]

---

# চতুৰ্থ দৰ্শন

## গিৰি-পথ

[ চাহাবুদ্দিন। ]

খোৰা। পৰাজয় ! পৰাজয় ! খোৰীৰ পৰাজয় ! মুচলমানৰ পৰাজয় ! খোদাৰ পৰাজয় ! স্বৰ্গ ভাঙি মৃৰত পৰিল। শূন্যৰ আশা শূন্যত বিলীন হৈ গল। শূন্য-অট্টা লকা শূন্যত চূৰ্ণ-বিচূৰ্ণ হৈ গল। খোৰী ! বৰ আশা কৰি আহিছিলি হিন্দুস্থানত ৰাজ্যস্থাপন কৰিবলৈ—মুচলমানৰ সাম্ৰাজ্য গঢ়িবলৈ—খোদাৰ ধৰ্ম্ম-ৰাজ্যৰ আয়তন বঢ়াবলৈ,—ইচলামৰ বিজয়-পতাকা উৰুৱাবলৈ ! কিন্তু, কাফেৰৰ হাতত আজি সকলো নাশ হল। মনৰ আশা মনতে মাৰ গল। মোৰ বি দব বন্ধু, জীৱনৰ লগৰীয়া, দেহৰ আপ-হাত আধা-আধি সৈন্যই মৃত্তিৰ

লগত মিহলি হৈ গল। যুদ্ধ জয়ৰ আশা সমূলি নাই। কাফেৰক ধ্বংস কৰা খোদাৰ অভিপ্ৰায় নহয়। এইবাৰ আৰু নহল। পুনৰ দেখা যাব।

[ পৃথ্বীৰাজৰ প্ৰৱেশ। ]

পৃথ্বী। তয়ে নেকি দস্যুবীৰ চাহাবুদ্দিন ?

ঘোৰী। এৰা,ময়ে সেই চাহাবুদ্দিন ! তোক ইয়াত কি লাগে ?

পৃথ্বী। চাহাবুদ্দিনৰ তেজ লাগে।

ঘোৰী। চিনিছো তোক কাফেৰ ! তয়েই পামৰ পৃথ্বীৰাজ !

পৃথ্বী। মুখ চণ্ডালি কথা কৰি কাপুৰুষ! যুদ্ধত তিষ্ঠিব নোৱাৰি পলাই আহিছ। এতিয়া আকৌ তোৰ মুখত বৰ কথা ? যদি প্ৰাণ লাগে, তেন্তে নতশিৰে প্ৰাণভিক্ষা খোজ। এতিয়াও সময় আছে। পৃথ্বীৰাজে পলৰীয়া শত্ৰুৰ গাত অস্ত্ৰাঘাত নকৰে।

ঘোৰী। ঘোৰীয়ে প্ৰাণভিক্ষা কৰিবলৈ আজিলৈ শিকা নাই ; বৰং তই মোৰ ভৰিত ধৰি প্ৰাণভিক্ষা কৰ। নহলে এতিয়াই মুচলমানৰ তেজৰ বেগ কেনে দেখা পাবি।

পৃথ্বী। পলৰীয়াৰ মুখত এনে তেজোপূৰ্ণ কথা শোভা নাপায়।

ঘোৰী। পাইনে না পায় এবাৰ চাই ল। অস্ত্ৰ ধৰ।

পৃথ্বী। মোৰ অস্ত্ৰ ধৰিবলৈ এতিয়াও সময় অহা নাই।

ঘোৰী। নহয়, অস্ত্ৰ ধৰ ! অস্ত্ৰ ধৰ ! [ আক্ৰমণ ]

পৃথ্বী। মই তোৰ বিপক্ষে অস্ত্ৰ নধৰোঁ। পলৰীয়া শত্ৰুৰ গাত অস্ত্ৰাঘাত কৰি দিল্লীৰ সিংহাসনত কলঙ্ক কালিমা নাসানো। কেৱল নিজকে ৰক্ষা কৰিম। তোৰ গাত যদি শক্তি আছে, মোক পৰাস্ত কৰ। [ যুদ্ধ, ঘোৰীৰ পৰাজয়। ]

ঘোৰী! অস্ত্ৰ তুলি ল, পুনৰ আক্ৰমণ কৰ।

ঘোৰী। মই আৰু আক্ৰমণ নকৰোঁ।

পৃথ্বী। তেন্তে ইয়াৰ পৰা আঁতৰি যা।

ঘোৰী। মই যে তোমাৰ হাতত বন্দী, পৃথ্বীৰাজ! মই যে পৰাস্ত?

পৃথ্বী। মই তোমাক মুক্তি দিছোঁ। তুমি স্বেচ্ছাৰে নিজ দেশলৈ উলটি যাব পাৰা।

ঘোৰী। কিয় পৃথ্বীৰাজ! তোমাৰ ইমান উদাৰতা কিয়? মই যে তোমাৰ শত্ৰু,—তোমাৰ জাতিৰ শত্ৰু,—তোমাৰ দেশৰ শত্ৰু! মই যে মুচলমান?

পৃথ্বী। মই সেই কথা জানো। তুমি যাব পাৰা। তুমি মুক্ত।

ঘোৰী। মই যে মুক্তিৰ ঋণ পৰিশোধ কৰিব নোৱাৰিম। পৃথ্বীৰাজ! মই যে পুনৰ তোমাৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবই লাগিব। মই যে পুনৰ হিন্দুস্থান আক্ৰমণ কৰিবই লাগিব—হিন্দুস্থানত ইচলামৰ পবিত্ৰ সিংহাসন যেনে তেনে স্থাপন কৰিবই লাগিব। যদি নিজৰ মঙ্গল কামনা কৰা, মোক মুক্তি নিদিবা। পৃথ্বীৰাজ! হাতৰ কুঠাৰ ভৰিত নামাৰিবা—কাল সৰ্পক গাখীৰ খুৱাবা।

পৃথ্বী। হিন্দুজাতি এতিয়াও ইমান তললৈ নমা নাই। তিক্ততাৰ ওপৰত প্ৰভুত্ব আৰু পলৰীয়া শত্ৰুৰ ওপৰত বীৰত্ব সমান কথা! ঘোৰী। তুমি মুক্ত।

ঘোৰী। তেন্তে মোৰ গাত আৰু দোষ নাই। পৃথ্বীৰাজ! মই উচ্চস্বৰে ভৱিষ্যৎ-বাণী কৰি যাওঁ,—হিন্দুক এই আকাশলঙ্ঘা উদাৰতাই এদিন সৰ্ব্বনাশ কৰিব। [ প্ৰস্থান। ]

পৃথ্বী। যদি ঈশ্বৰৰ অভিপ্ৰায়েই তেনেকুৱা, তেন্তে তাক অন্যথা কৰিবলৈ সাধ্য কাৰ? [ প্ৰস্থান ]

## পঞ্চম দর্শন

### শ্মশান

[ জয়চাঁদৰ প্ৰবেশ । ]

জয়। এয়েই শ্মশান! ভীষণ শ্মশান! এই শ্মশানতে মোৰ পুত্ৰ,—মোৰ প্ৰাণৰ অজয় বিলুপ্ত হৈ গল। ইয়াতে কনৌজৰ আশাৰ বন্তি চিৰকাললৈ নুমাই গল। এই শ্মশানতে—এই নৃসিংহ শ্মশানতে জয়চাঁদৰ বংশৰবি চিৰকাললৈ কালসাগৰত অস্ত গল। শ্মশান! নৃসিংহ শ্মশান! চামুণ্ডা শ্মশান! মোৰ বাচাক কেলেই তোৰ বুকুত ঠাই দিছ? ৰাক্ষসী! পিশাচী! কেলেই তাক সামৰি লৈছ? দে, দে, মোৰ বস্তু মোক ওভোতাই দে। সি তোৰ নহয়—সি মোৰ। তাৰ ওপৰত তোৰ কোনো হাত নাই। সি মোৰ। সি মোৰ। [ চকুলো টোকে ] অজয়! বাচা অজয়! নেমাত কিয়? মই জয়চাঁদ—মই তোৰ দেউতাৰ। মই তোক চাবলৈ আহিছোঁ—তোৰ লৈতে কথা হবলৈ আহিছোঁ। অজয়! তই কনৌজৰ যুৱৰাজ—মোৰ অবিহনে কনৌজৰ মহাৰাজ! তথাপি—সকলোকে পৰিত্যাগ কৰি—শ্মশানত ৰাজত্ব কৰিছহি কেলেই? দানবী শ্মশানে তোৰ মৰ্য্যাদা নুবুজে। শ্মশানত তোৰ ৰাজত্ব নুসুৱায়। অজয়! বাচা! মাত। এবাৰ সাদৰী মাত মাত। এবাৰ—কেৱল এবাৰ! উঃ, নেমাত? আজি তোৰ ইমান অভিমান? জীয়াই থাকোঁতেতো তই মোৰ অবাধ্য হোৱা মনত নপৰে! আজি কিন্তু তই ইমান অবাধ্য কিয়? তোক যি লাগে মই তাকে দিম। সৰস্বতীৰ বীণা—ব্ৰহ্মাৰ কমণ্ডলু—যমৰ দণ্ড, সি লাগে তাকে দিম। কেৱল তই এবাৰ মাত দে বাচা! [মাটিত পৰি যায়। উঠি ] জয়চাঁদ! তই আৰু বাতুলৰ প্ৰলাপ—বলিয়াৰ বকবকনি

বলকি বিমানেই চিত্ৰৰথ-ৰাথৰ নকৰ, যাক বিচাৰিছু তাক আৰু কেতিয়াও নেপাম। যাক এবাৰ হেৰুৱাইছু—সি আৰু চুনাই উলটি নাহে। মূৰ্খ জয়চাঁদ! ৰুই তাক খুঁজলৈ পঠিয়াইছিলি কিয়? তয়ে বা যুদ্ধত যোগ দিছিলি কিয়? নিলাজ! নিলাজ জয়চাঁদ! তইতো দিল্লীশ্বৰ নহৱ! তেন্তে দিল্লীৰ সপক্ষে ফেৰ পাতিবলৈ তই কোন? মুচলমানে হিন্দুৰ যথা-সৰ্ব্বস্ব লুটি নিয়ক, দিল্লী ধ্বংস কৰি ইচলামৰ বিজয়-পতাকা উৰুৱাওক! তাত তোৰ লাভ-লোকচান কি? ৰাঠোৰৰ লগত চোহানৰ সম্বন্ধ কি? জয়চাঁদৰ লগত পৃথ্বীৰাজৰ সম্বন্ধ কি? বৰং, পৃথ্বীৰাজ জয়চাঁদৰ শত্ৰু—মহাশত্ৰু, সৌভাগ্য পথৰ কণ্টক—দিল্লীৰ সিংহাসনৰ পথৰ জুলাঙ্গাৰ ধূমকেতু। বুজিছোঁ, শত্ৰুক সহায় কৰাৰ প্ৰতিফল—পৃথ্বীৰাজৰ তলত গোলামী কৰাৰ প্ৰতিফল—অনঙ্গৰ মৃত্যু-শয্যাৰ কাষত কৰা প্ৰতিজ্ঞাৰ পাহৰনিৰ প্ৰতিফল—প্ৰাণৰ পুতলা অজয়ৰ লগত চিৰ-বিচ্ছেদ। সৌৱা—সৌৱা—অজয়ৰ মুক্ত আত্মাই স্বৰ্গ-পথত বৈ সোঁৱৰাই দিছে—জয়চাঁদ! প্ৰতিশোধ লবলৈ নাপাহৰিবি। আকাশে কৈছে—জয়চাঁদ! প্ৰতিশোধ ল। বতাহে কৈছে—প্ৰতিশোধ লবৰ উপযুক্ত সময়। সৌৱা মাটিত বাগৰি থকা নৰমুণ্ড নৰকঙ্কালে খিকট হাঁহি মাৰি কৈছে—জয়চাঁদ! প্ৰতিশোধ নোলোৱাৰ কেনে মজা! কেনে মজা!! কেনে মজা!!!

অপেক্ষা কৰ। সকলোৱে অপেক্ষা কৰ। মই প্ৰতিশোধ লম। অপেক্ষা কৰ আকাশ! অপেক্ষা কৰ বতাহ! অপেক্ষা কৰ নৰমুণ্ড-নৰকঙ্কাল! মই প্ৰতিশোধ লম। ভীষণ প্ৰতিশোধ লম! অজয়ৰ মৃত্যুৰ শোকাগ্নি প্ৰতিশোধৰ শান্তি-জল ঢালি নুমুৱাম। পৃথ্বীৰাজক সংসাৰৰ পৰা বিদায় দিম। হিন্দুস্থান ধ্বংস কৰিম। দিল্লী শ্মশানত পৰিণত কৰিম। প্ৰতিশোধ! প্ৰতিশোধ! প্ৰতিশোধ লম। [ বেগেৰে প্ৰস্থান। ]

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

### কনৌজ—ৰাজঅন্তেসপুৰ

[ জয়চাঁদ। ]

জয়। ভাবি ভাবি এইবাৰ ভাবনাৰ পাৰ পাইছোঁ। প্ৰতিশোধৰ পথ ৰিণিকি ৰিণিকি দেখা পাইছোঁ। মই নিজকে চক্ৰৱৰ্ত্তী বজা বুলি ঘোষণা কৰিবলৈ মহাৰাজসূয় যজ্ঞৰ অনুস্থান কৰোঁ। সংযুক্তাৰ বিবাহৰো উপযুক্ত সময় হৈছে। এয়েই বঢ়িয়া সুযোগ। প্ৰতিশোধ লবৰ সুবৰ্ণ সুযোগ। পূৰ্ব্ব প্ৰচলিত ৰীতি অনুসৰি যজ্ঞৰ পিছত সংযুক্তাৰ সয়ম্বৰৰ যথাযোগ্য আয়োজন কৰা যাওক। সেই উদ্দেশ্যে সকলো ৰাজপুত ৰজাক, সকলো প্ৰজাকে নিমন্ত্ৰণ কৰা যাওক। কিন্তু দিল্লী আৰু আজমীৰক লেখত ধৰা নহয়। পৃথ্বীৰাজক তদুপলক্ষে নিমন্ত্ৰণ নকৰোঁ। আৰু যদি দুৱাৰত পৃথ্বীৰাজৰ শিলামূৰ্ত্তি স্থাপন কৰি দুৱৰীৰ পদত নিযুক্ত কৰোঁ তেন্তে পৃথ্বীৰাজে নিশ্চয় এই বাতৰি শুনিবই শুনিব। এনে মৰ্ম্মান্তিক অপমানৰ বোজা কঢ়িয়াই পৃথ্বীৰাজে আৰু নাক উলিয়াব নোৱাৰা হব। তেতিয়া মোৰ প্ৰতিশোধৰ গছজোপা ফুলে-ফলে পৰিপূৰ্ণ হৈ জাতিস্কাৰ হৈ উঠিব। তেতিয়া বুজিব—জয়চাঁদক বঞ্চিত কৰি দিল্লীৰ ৰাজপাট ভোগ কৰা কিমানদূৰ সঙ্গত হৈছে। তেতিয়া বুজিব—জয়চাঁদে অনঙ্গৰ মৃত্যু-শয্যাৰ কাষত প্ৰলাপ বকা নাছিল।

[ সংযুক্তাৰ প্ৰৱেশ। ]

সংযুক্তা। দেউতা! আপুনি অকলৈ ইয়াত কি ভাবি আছে? দিল্লীৰ পৰা অহাৰ পৰা আপোনাৰ মনৰ ভাবনা চিন্তা-বাঢ়িহে গৈছে যেন পাইছোঁ। এইদৰে মন মাৰি থকা ভাল নহয়। দেউতা! ভাব পৰাতো লাভ একো নাই। চাওকচোন, মোৰ মনত বেজাৰ-ভাবনা একো নাই—মুখত সদায় হাঁহি—সদায় আনন্দ। সেই কাৰণে মোৰ মনত সদায় সুখ—কেৱল সুখ। আপুনি মাথোন সদায় ভাবি থাকে, সদায় চিন্তা কৰি থাকে। সেই কাৰণে সদায় দুখ—কেৱল দুখ। আপুনি কি ভাবে মোক কবনে দেউতা?

জয়। সংযুক্তা! তই মোক আমনি নকৰিবি। মোক অলপ ভাবিবলৈ দে।

সংযুক্তা। ভাবনাৰ সাগৰত নাও মেলি দিলে কেতিয়াবা পাৰ লাগিবগৈ জানো?

জয়। লাগে নেলাগে তোক কেলেই?

সংযুক্তা। নাই—মই আক আপোনাক ভাবি থাকিবলৈ দিব নোৱাৰোঁ। দেউতা! মই এটা গীত গামনে?

জয়। গা বাৰু।

সংযুক্তা। গাম। আপুনি শুনিব জানো?

জয়। শুনিম।

সংযুক্তা। সচাঁই শুনিবনে?

জয়। শুনিম গা।

সংযুক্তা। শুনক তেন্তে—

সংযুক্তা।　　　　—গীত—

"নমো জননী জনমভূমি
নমো জননী ভাৰত-ৰাণী।
নমো ভাৰত ভুৱন-ৰাণী ॥
গৌৰৱ-বাহিনী পুণ্য-প্ৰৱাহিনী
ভুৱন বিমোহিনী ৰাণী ॥

হেম-তুষাৰ-বেষ্টিত গিৰি-দুৰ্গে
তুচ্ছি কৰাল কাল যুগে যুগে
উৰাই জয়ধ্বজা বিপ্লৱে দুৰ্যোগে
প্ৰচাৰি মৰ্ম্মবাণী—
পালিছা কোটী কোটী সন্তান ৰাজভোগে
ত্ৰিজগত-পূজিতা ৰাণী।

চুম্বি চৰণ-তল সমুদ্ৰ কল কল
চৌপাশে যশোগীতি নৰ্ত্তন অবিৰল
সুবাসিত চঞ্চল সমীৰণ হিল্লোলে
আলোড়িত দিগন্তখানি ;
হে প্ৰতিভাময়ী ! হে মহিমাময়ী ॥
হে গৰিমাময়ী ৰাণী ॥"

সংযুক্তা। কেনে পালে ? ভাল লাগিল নে ?

জয়। বৰ ভাল লাগিল। চমৎকাৰ গান !

সংযুক্তা। মই এইটো ক'ৰ পৰা শিকিলোঁ জানে নে ?

জয়। ক'ৰ পৰা ?

সংযুক্তা। দিল্লীৰ এজনী অচিনাকী ছোৱালীৰ মুখৰ পৰা। বোধকৰোঁ পৃথ্বীৰাজৰ কিবা হয়।

জয়। তেন্তে আজিয়েই পাহৰণিৰ সমাধিক্ষেত্ৰত এই গানৰ ওপৰত মাটি জাপি দে। মোৰ আগত দিল্লীৰ কথা তুলিব্যবি। পৃথ্বীৰাজ মোৰ পৰম শত্ৰু।

সংযুক্তা। দিল্লী আপোনাৰ শত্ৰু! পৃথ্বীৰাজ আপনাৰ শত্ৰু! কাৰণ কি দেউতা ?

জয়। কাৰণ দিল্লীত মোৰ অজয়ক হেৰুৱাইছোঁ আৰু পৃথ্বীৰাজ মোৰ দিল্লী-সিংহাসনত।

সংযুক্তা। সেয়েই যথেষ্ট কাৰণ হব নোৱাৰে। পৃথ্বীৰাজ দিল্লী-সিংহাসনত —হলেইবা? আপুনিওতো কনৌজৰ সিংহাসনত? সেইবাবে পৃথ্বীৰাজে আপোনাক খিয়াল কৰে বুলিতো শুনা নাই।

জয়। পৃথ্বীৰাজৰ আজমীৰৰ সিংহাসনৰ কাৰণে ময়ো অভিলাষ নকৰোঁ। কিন্তু, দিল্লী-সিংহাসনৰ পৃথ্বীৰাজ আৰু মই সমান অংশীদাৰ।

সংযুক্তা। যদি সমান অংশীদাৰেই হয় তেন্তে আপোনাৰ অংশ আপুনি নেপালে কেলেই ?

জয়। পৃথ্বীৰাজে অনঙ্গপালক ফুচুলাই মোৰ অংশও হাত কৰি ললে।

সংযুক্তা। আপুনিও তেনে নকৰিলে কিয় ?

জয়। মই ভাবিছিলো ভালে ভালে কাম শেষ হৈ যাব। শঠতা চতুৰতা একো প্ৰয়োজন নহব। কিন্তু, কাৰ্য্যক্ষেত্ৰত তাৰ বিপৰীত হল। ময়ো পৃথ্বীৰাজক সেইদৰে এদিন ঠগাম—চতুৰতাৰে চতুৰতাৰ প্ৰতিশোধ লৈ মোৰ পৰিচয় দিম।

সংযুক্তা। প্ৰতিশোধ ললে কি হব দেউতা। ভগৱানে আপোনাক দিল্লীৰ সিংহাসন দিয়া নাছিল, সেইবাবে নেপালে। পৃথ্বীৰাজক নিজে গুণে পৃথ্বীৰাজে পাইছে। ভগৱানৰ ইচ্ছামতে ভগৱানে কাম কৰিছে। আপুনি তাৰ কিহৰ প্ৰতিশোধ লব ? ভগৱানৰ কাৰ্য্যৰ প্ৰতিশোধ লব নেকি দেউতা ?

জয়। মই ভগৱান নাজানো। মই কেৱল জানো প্ৰৱঞ্চক পৃথ্বীৰাজক। পৃথ্বীৰাজ জয়চাঁদৰ শত্ৰু—ৰাঠোৰৰ শত্ৰু—কনৌজৰ শত্ৰু—মহাশত্ৰু।

সংযুক্তা। দেউতা। আপুনি কেৱল ভ্ৰান্তিৰ সমাজিক দেখিছে।

জয়। অবোধ বালিকা! তই মোক শিকাবলৈ আহ ? কালিৰ ছোৱালী হৈ পৰহিৰ গীত গাবলৈ আহ, নহয়নে ? থাক, মই আহিলোঁ।

[ প্ৰস্থান। ]

সংযুক্তা। দেউতা ! ময়ো তেন্তে আপোনাৰ শত্ৰু। পৃথ্বীৰাজ যদি আপোনাৰ শত্ৰু হয় তেন্তে পৃথ্বীৰাজৰ ধৰ্ম্মপত্নী সংযুক্তাও আপোনাৰ শত্ৰু—ৰাঠোৰৰ শত্ৰু। বিচিত্ৰ কালৰ লীলা—কনৌজ-কুঁৱৰী আজি কনৌজৰ মহাশত্ৰু।

[ প্ৰস্থান। ]



# দ্বিতীয় দৰ্শন।

## কনৌজ—ৰাজসভা

[ বিজয়সিংহ আৰু মোহনলাল। ]

মোহন। মহাৰাজ ইমান সময়েও আহি নেপালে কিয় ?

মন্ত্ৰী। এৰা দেও চাওঁতে চাওঁতে চকু বিষাল, তথাপি আহি নাপালে। যাহওক, এই যাত্ৰাৰে ৰক্ষা। সৌৱা আহিছেই।

[ জয়চাঁদৰ প্ৰৱেশ ]

মোহন। সমাগচ্ছতু ভোঃ মহাৰাজ !

জয়। সেনাপতি !

বিজয়। মহাৰাজ !

জয়। এটা ৰাজসূয় যজ্ঞৰ অনুষ্ঠান কৰিব খুজিছোঁ। উদ্দেশ্য—কনৌজ-ৰাজক পৃথ্বীৰাজৰ পৰিবৰ্ত্তে ভাৰতৰ চক্ৰবৰ্ত্তী ৰজা বুলি ঘোষণা কৰা।

মোহনলাল। বৰ ভাল কথা।

জয়। শুনা—মোৰ কন্যা সংযুক্তাৰ বিবাহৰ উপযুক্ত সময় হৈছে। যজ্ঞৰ অন্তত তাইৰ সয়ম্বৰৰ যথাযোগ্য আয়োজন কৰিব লাগে।

মোহনলাল। লাগে, খুব লাগে।

জয়। অতি সোণকালে লাগে। সেনাপতি, যিমান পাৰা সিমান সোণকালে তাৰ আয়োজন কৰা। হাতে কামে লাগি যোৱা। প্ৰত্যেক ৰাজপুত ৰজালৈ নিমন্ত্ৰণী-পত্ৰ দিয়া। এই শুভ সমাচাৰ ৰাজধানীত ঢোল কোবাই শুনাই দিয়া—সকলোৱে আনন্দ কৰক।

বিজয়। যি আদেশ মহাৰাজ !

মোহনলাল। বৰ সুখৰ সমাচাৰ! পিছে, দিন-বাৰ ঠিক হৈছে জানো?

জয়। আজিয়েই পঞ্জিকা চাই দিন ঠিক কৰি পেলোৱা। বুজিছাতো?

বিজয়। বুজিছোঁ মহাৰাজ!

জয়। কিন্তু, এটা কথা—যাতে দিল্লী আৰু আজমীৰৰ এটি গুৰি-পৰুৱায়ো গম নেপায়। পৃথ্বীৰাজক নিমন্ত্ৰণ নকৰিবা। এই বিষয়ে বিশেষ সাৱধান হ'বা। আৰু এটা কাম আছে।

বিজয়। কওক মহাৰাজ!

জয়। এজন নিপুণ খনিকৰৰ দ্বাৰাই পৃথ্বীৰাজৰ এটা শিলা প্ৰতিমূৰ্ত্তি সজাই মণ্ডপৰ দুৱাৰ মুখত ৰাখিব লাগিব।

বিজয়। তাৰ কাৰণ মহাৰাজ?

জয়। তাৰ কাৰণ—পৃথ্বীৰাজক অপমান কৰা। বুজিছা সেনাপতি! এই কাম তুমি নিজে আগত থাকি নিপুণ খনিকৰৰ হতুৱাই কৰাব লাগিব।

বিজয়। যিবা আদেশ!

জয়। তেন্তে হাতে-কামে লাগি যোৱা। পলম নকৰিবা। নগৰ সুসজ্জিত কৰা। ৰাজভঁড়ালৰ পৰা ইচ্ছামতে ধন খৰচ কৰা। পতাকা উৰুৱা। বন্তি জ্বলোৱা। জয়চাঁদৰ কনৌজক ইন্দ্ৰৰ দ্বিতীয় অমৰাৱতীত পৰিণত কৰা। [ প্ৰস্থান। ]

মোহনলাল। সেনাপতি! আমাৰ মহাৰাজৰ মস্তিষ্কত নিশ্চয় অলপ নহয় অলপ কিবা বিকাৰ ঘটিছে। দিল্লীৰ পৰা উলটি অহাৰ পৰা আৰু আগৰ জয়চাঁদ মহাৰাজ নাই। ঠিক সময়ত নেখায়। ঠিক সময়ত নোশোৱে। মানুহৰ লগত বেছি কথা নহয়। আপোনা আপুনি বলকে ইত্যাদি, ইত্যাদি। দেখিলানে ৰাজসভালৈ আহি দুআষাৰ কথা কৈ বলিয়াৰ দৰে গুচি গল। মই হলে গতি বৰ ভাল দেখা নাই এক।

বিজয়। বিদূষক মহাশয়! আপুনি মিছাতেহে কনৌজৰ বজা-ঘৰৰ ধাৰ খাইছে। বজা-ঘৰতেই বজাৰ লগত ফুৰোঁতেই দাঁত সৰিল, দাড়ি-চুলি পকিল, তথাপি এই সামান্য কথা এটা মীমাংসা কৰিব পৰা নাই নহয়নে? অজয়ৰ নিচিনা যোগ্যবান পুত্ৰ হেৰুৱাই কেইজন বাপেকীয়ে থিৰ হৈ থাকিব পাৰে? থানেশ্বৰৰ যুদ্ধক্ষেত্ৰত অজয়ৰ মৃত্যুৰ কথা বোধকৰোঁ বিদূষক মহাশয়ৰ এখন কাণেৰে সোমাই আনখন কাণেৰে ওলাই গল?

মোহন। এৰা সেনাপতি! তেনেকুৱাই হৈছে। পিছে, এতিয়াহে মনটো দেখোন কেনেবা কেনেবা লাগিছে। ৰাজসূয়যজ্ঞ হব। সংযুক্তা আইদেউৰ সয়ম্বৰ হব। আ-হা-আ! আজি বহুদিনৰ মূৰত। আ-হা-আ!

বিজয়। বৰ আনন্দ দেখোন! পিছে বাৰু, মনটো কেনে লাগিছে?

মোহন। সংযুক্তা আইদেউৰ সয়ম্বৰ আ-হা-আ!

বিজয়। ময়ে কওঁ শুনক—আপোনাৰ কেনে লাগিছে। শৰ গোন্ধ পালে শগুণৰ যেনে লাগে, ফুল ফুলিলে ভোমোৰাৰ যেনে লাগে, শ্ৰাদ্ধ, বামুণ-ভোজনৰ বাতৰি পালে বামুণৰ যেনে লাগে, ৰাজকুঁৱৰীৰ সয়ম্বৰৰ ভু পাই আপোনাৰো তেনে লাগিছে। নহয়নে?

মোহন। লাগিছে সেনাপতি! নিশ্চয় লাগিছে! চকু ভৰি চাম। পেট ভৰি খাম। কাণ ভৰি শুনিম। পাৰোঁমানে চুচিম। আ-হা-আ! সংযুক্তা আইদেউৰ সয়ম্বৰ! মই এতিয়া যাওঁ। যাতে শুভস্য শীঘ্ৰং হয়, তাৰে আয়োজন কৰোঁগৈ। আ-হা-আ! উদৰস্য মোহনলালস্য ব্ৰাহ্মণস্য আ-হা-আ! [ প্ৰস্থান। ]

বিজয়। লুভীয়া বিদূষক! তই যি বিচাৰিছ মই সেই বস্তু নিবিচাৰোঁ। তই বিচাৰিছ বাকলি। মই বিচাৰিছো শাহ। তই বিচাৰিছ উদৰৰ ভোক গুচাবলৈ। মই বিচাৰিছো প্ৰাণৰ পিয়াহ পলুৱাবলৈ। তোৰ আশা মৰতৰ ফুলত। মোৰ আশা আকাশৰ তৰাত। সংযুক্তাই মোক ভালপায়—গতিকে মোৰ-

যুৱতেই মালা দিব। যদি সংযুক্তা আহি হৃদয়-আসনত বহে তেন্তে কনৌজৰ ৰাজসিংহাসন মোৰেই হব। যদি কনৌজৰ ৰাজসিংহাসন পাওঁ, তেন্তে দিল্লী আৰু আজমীৰৰ অধীশ্বৰ হবলৈ কিমান পৰ? সেই শুভ-দিন প্ৰায় সমাগত। ভগৱান একলিঙ্গই কৰিলে—হনুমানজী প্ৰসন্ন থাকিলে—বিজয়সিংহ ভাৰতবৰ্ষৰ একছত্ৰী সম্ৰাট হবলৈ সৰহ দিন নাই। [ প্ৰস্থান। ]

---

# তৃতীয় দৰ্শন

## আৰাৱল্লী পৰ্ব্বত

[ ভিল-সেনাবোৰৰ নৃত্য-গীত। ]

পৰ্ব্বতে পৰ্ব্বতে ফুৰোঁ আমি—হাতত জাঠি-জোং;
পহু মাৰোঁ, বৰা মাৰোঁ, মাৰোঁ বাঘ-ঘোং।
ফাকি-ফুকা নাই আমাৰ—নাই মৰণৰ ভয়;
দেশৰ শত্ৰু হলেই তাক কৰিব লাগিব ক্ষয়।
ৰখি আছোঁ পৰ্ব্বত আমাৰ—আমাৰ নিজা ঘৰ;
যি আহিব লবলৈ তাক ডিঙিত চেপি ধৰ।
ডাং ডুং ডুং মাদল বাজে, নাচি উঠে প্ৰাণ,—
লাওপানী পিওঁ ধোকে ধোকে বাতি ভৰাই আন।

[ সকলোৰে প্ৰস্থান। ]

---

# চতুৰ্থ দৰ্শন

## কনৌজ—ৰাজপথ

[ দেৱীসিংহ আৰু ভিল-চৰ্দ্দাৰৰ প্ৰৱেশ । ]

ভিল। হেই ৰাজা !

দেৱী। মই ৰজা নহওঁ ভিল-চৰ্দ্দাৰ ! মই সেনাপতি।

ভিল। হ মুই বুজি পালু দে। তুই ৰাজা নাই আছে—হেনাপতি আছে। মুই তুক হেনাপতি বুলি ডাকিছে। অ' হেনাপতি ! হামি যে দেকা পালু মানুহবুৰ হিহতে কি কৰিছে ? হেইবুৰ কি আছে মুক বলি দে।

দেৱী। সেয়া উৎসৱ পাতিছে—আনন্দ কৰিছে। কনৌজৰ ৰাজকুঁৱৰীৰ সয়ম্বৰ।

ভিল। হয়ম্বৰ আছে। মুই বুজি পালু দে। হয়ম্বৰ কেনে অ হেনাপতি ? মুই দেকিম না ?

দেৱী। দেখিবিতো। সয়ম্বৰ মানে বিয়া—ৰজাৰ জীয়েকৰ বিয়া।

ভিল। হ বিয়া আছে। হামি বুজি পালে। ৰাজাৰ জীয়েক কাক বিয়া কৰাব হেনাপতি ?

দেৱী। যাকে ভাল দেখে—যাকে পছন্দ কৰে, তাকেই বিয়া কৰাব। তোক ভাল দেখিলে তোকো বিয়া কৰাব পাৰে। তই ৰজাৰ জীয়েকক বিয়া কৰিবিনে চৰ্দ্দাৰ ?

ভিল। থেইটু কটা ! থুই থুই ! হামি বুৰা ভিল আছে। হামি বিয়া নাই কৰাবে।

নেপথ্যত দিল। —গীত—

“জনমে জনমে সখী!
পিলো ৰূপৰ মউ
পৰাণ নহল তিৰপিত ;
যুগে যুগে সুখ-অমিয়াত বুৰিলো
তথাপি নুজুৰাল চিত !”

দেৱী। ছৰ্দ্দাৰ! সেয়া গান শুনিছনে?

ভিল। হু হুনিছে। বৰ বাল্ গীত আছে দে।

[ গীত গাই গাই দিলজানৰ প্ৰবেশ। ]

দিল [ গীতৰ বাকী ছোৱা ]

“ৰাশি ৰাশি ফুল
ধৰণী আমোলমোল
ফুলৰ শয্যাত মই
কণ্টকে বিয়াকুল !

ৰূপকে ধিয়ালো মই
আজীৱন অময়াপুৰীত
ৰূপতে উটিবুৰি
পিয়াহ বাঢ়িল ঘুৰি
পুৰি মৰো তপত বালিত।”

ভিল। এই জনী বৰ হুন্দৰী আছে। মুই বৰ বাল দেকিছে। বৰ বৰিয়া গীত গাইছে। আয়ু! মুই মৰি নাবাওনা!

দেৱী! সুন্দৰী! তুমি কোন? মোক তোমাৰ চিনাকি দিয়া।

দিল। মই তোমাক চিনাকি দিবলৈ বাধ্য নহওঁ। মই যেয়ে নহওঁ তোমাক কিয়? এজনী গাভৰুক এইদৰে নিশঙ্কোচভাবে কথা সুধিবলৈ লাজ লগা নাইনে বৃদ্ধ?

দেৱী। মোক ক্ষমা কৰিবা সুন্দৰী! মই কোনো কু-অভিপ্ৰায়ে তোমাক কথা সোধা নাই। মই দিল্লী আৰু আজমীৰৰ প্ৰধান সেনাপতি।

দিল। তুমি নকওঁতেই মই তোমাৰ সেই কথা জানিব পাৰিছোঁ। সৌ কঁকালত ওলমি থকা তৰোৱাল আৰু ধেনু-কাঁড় আদি অস্ত্ৰ-শস্ত্ৰই তুমি নকওঁতেই তোমাৰ পৰিচয় দিছে।

দেৱী। বোধকৰোঁ এতিয়া তোমাৰ চিনাকি দিব পাৰা। এই লোকপূৰ্ণ ৰাজপথত অকলে এজনী তিৰোতা দেখা পালে পৰিচয় জানিবলৈ স্বভাৱতে সকলোৰে মন ব্যগ্ৰ হ'ব।

দিল। মই পৰিচয় দিয়াৰ আগেয়ে তোমাক কেইটামান প্ৰশ্ন কৰিম। যদি সন্তোষজনক উত্তৰ দিব পাৰা তেন্তে মোৰ পৰিচয় পাবা।

দেৱী। তোমাৰ ইচ্ছামতে প্ৰশ্ন কৰা সুন্দৰী! মই সাধ্য অনুসৰি তাৰ উত্তৰ দিম।

ভিল। হেনাপতি! এইজনী হুন্দৰী মাইকী আছে। তাই হতে এইদৰে কথা পাতা বাল নাই আছে। হামি হলে বাল নাই বুলিছে। হামি যাং দে।

[ প্ৰস্থান। ]

দেৱী। চৰ্দাৰ! তুমি আগবাঢ়া, মই পাছতেই গৈছোঁ।

দিল। কোৱা সেনাপতি! মই যদি বেশ্যা হওঁ তেন্তে তুমি কি কৰিবা?

দেৱী। চকু মুদি আতঁৰ হৈ গুচি যাম।

দিল। যদি সেই অৱস্থাত—তোমাৰ ডিঙিত সাৱটি ধৰি প্ৰেম-আলিঙ্গন কৰোঁ তেন্তে কৰিবা কি?

দেৱী। তোৰ বুকত এইদৰে পদাঘাত কৰি গন্তব্য পথত আগভৰি দিম।

দিল। যদি মই বিজাতীয়া নিৰাশ্ৰয়া অনাথিনী অবলা হওঁ?

দেৱী। তেন্তে মোৰ ঘৰলৈ নি দেৱীৰ নিচিনাকৈ পূজা কৰিম।

দিল। যদি মই তোমাৰ শত্ৰু হওঁ,—যদি মই তোমাৰ প্ৰাণ খোজোঁ, তেন্তে কৰিবা কি?

দেৱী! এই তৰোৱাল তোমাৰ হাতত দি এই দৰে বুকু পাতি থিয় হম। হিন্দুৱে ভিখাৰীক বিমুখ নকৰে।

দিল। মই তোমাৰ কথাত পৰম প্ৰীতি লাভ কৰিলোঁ। সেনাপতি! মই এজনী নিৰাশ্ৰয়া অনাথিনী অবলা। এতিয়া মোৰ ওপৰত তোমাৰ যি কৰ্ত্তব্য তাকে কৰা।

দেৱী। ব'লা তেন্তে নাৰী! মোৰ ঘৰলৈ ব'লা। মই মোৰ কৰ্ত্তব্য কৰিম। অতিথিৰ প্ৰতি গৃহস্থৰ যি আচৰণ তাকে কৰিম।

দিল। ব'লা তেন্তে।                    [ দুয়োৰো প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

## দিল্লী—মন্ত্ৰণা-চৰা

[ পৃথ্বীৰাজ আৰু ভীমছা । ]

ভীম । আপোনাৰ আদেশ অনুসৰি যুদ্ধৰ বন্দীবিলাকক মুকলি কৰি দিয়া হৈছেঁ। এই উপলক্ষে ৰাজভড়ালৰ পৰা এক লক্ষ সোণৰ মোহৰ ভগন কৰা হৈছে।

পৃথ্বী । বেছ কৰিছা মন্ত্ৰী ! মই বৰ সন্তোষ পাইছোঁ।

ভীম । আপোনাৰ কাৰ্য্য দেখি সকলোৱে মুক্তকণ্ঠে আপোনাৰ যশ-গুণ গান কৰি তৃপ্তি লভিছে।

পৃথ্বী । মই সেই কথা শুনিবলৈ আশা কৰা নাই। মোক যশ নালাগে।

ভীম । সি আপোনাৰ মহানুভৱতাৰ চিন মাথোন।

[ দেৱীসিংহ আৰু ভিলচৰ্দ্দাৰৰ প্ৰৱেশ। ]

পৃথ্বী । সৌৱা সেনাপতি আহিছে। আহাঁ সেনাপতি !

দেৱী । মহাৰাজৰ জয় হওক।

পৃথ্বী । কি বাতৰি লৈ আহিছা সেনাপতি ?

দেৱী । মহাৰাজৰ বিজয় বাতৰি লৈ। বিদ্ৰোহী ভিলে আমাৰ বশ্যতা বিনা যুদ্ধে স্বীকাৰ কৰিছে। মোৰ লগত ভিলচৰ্দ্দাৰ নিজে আহিছে। চৰ্দ্দাৰ ! এই জনেই আমাৰ ৰজা। ৰজাক প্ৰণাম জনোৱা।

ভিল (সেৱা কৰি)। মুই বৰ বাল পাইছে দে। হেইটোৱেই হামাৰ ৰাজা আছেনা ? ৰাজা ! হামি তুক বহুত চালাম দিছে। মুই ভিলছৰ্দ্দাৰ আছে। ভিলছৰ্দ্দাৰ তোৰ গুলাম আছে।

পৃথ্বী। তোমাকো চেলাম কৰিছোঁ। ছৰ্দ্দাৰ ! তুমি আমাৰ বশ্যতা স্বীকাৰ কৰা শুনি মই বৰ সন্তোষ পাইছোঁ।

ভিল। হামিও বাল পাইছে ৰাজা ! তুৰ হেনাপতিটু বৰ বাল মান্নুহ আছে দে। হামি তুক ৰাজা বুলি মানিছে। হামি তুৰ গুলাম হব বাল পাইছে। ৰাজা ! তুই যি কৰিব দিয়ে হামি তাকে কৰিবে। আয় ! তুক হামি বৰ বাল পাইছে ! তুক হামি ৰাজা বুলি মানিছে দে। হামি ভিলে মিছা কথা নাকয় দে। তুই হামাৰ ৰাজা। তুই মৰিব দিলে হামি মৰিব পাৰে। তুৰ যদি হত্ৰু থাকে হামাকে বলি দিবে ৰাজা ! হামি তাহাঁতক এইদৰে মাৰি দিবে। হামি যুদ্ধ কৰিব জানে ৰাজা !

পৃথ্বী। ছৰ্দ্দাৰ ! তোমাৰ কথাবোৰ শুনি মোৰ বৰ ভাল লাগিছে। আজিৰ পৰা ভিলজাতি মোৰ প্ৰভুভক্ত প্ৰজাবৃন্দৰ মাজত গণ্য হল। তুমি মোৰ প্ৰধান বন্ধু হলা। বৰ্ত্তমানে মোৰ কোনো শত্ৰু নাই। তোমালোকে যুদ্ধ কৰি মোৰ বাবে প্ৰাণ দিয়াৰ সময় অহা নাই। কিন্তু, তেনে সময় এদিন আহিব। ছৰ্দ্দাৰ ! আজিৰ পৰা তুমি মোৰপ্ৰধান বন্ধু হলা। আহাঁ ছৰ্দ্দাৰ ! দুয়ো আলিঙ্গন কৰি বন্ধুত্ব পাশত বান্ধ খাওঁ। [ আলিঙ্গন কৰে ] মন্ত্ৰী ! এই প্ৰভুভক্ত ছৰ্দ্দাৰক বিশ্ৰাম ঘৰলৈ লৈ যোৱা।

মন্ত্ৰি। যিবা আদেশ।

ছৰ্দ্দাৰ। ৰাজা ! চালাম। বহুত বহুত চালাম।

[ ভিল-ছৰ্দ্দাৰ আৰু মন্ত্ৰীৰ প্ৰস্থান। ]

দেৱী। মহাৰাজ ! আৰু এটা খবৰ পাইছেনে ?

পৃথ্বী। কি সংবাদ সেনাপতি ?

দেৱী। কনৌজৰ ৰাজকুৱঁৰীৰ সয়ম্বৰ।

পৃথ্বী। কাহানি ?

দেৱী। অহা বুধবাৰে।

পৃথ্বী। মিছা কথা সেনাপতি! মই তোমাৰ কথা বিশ্বাস কৰিব নোৱাৰোঁ। মোকতো নিমন্ত্ৰণ কৰা নাই। মোক নেলাগে দিল্লীৰ কোনো এটা প্ৰাণীকেই নিমন্ত্ৰণ কৰা নাই।

দেৱী। সেয়েই হৈছে ইয়াৰ ৰহস্য। মহাৰাজ! মই আহোঁতে কনৌজৰ মাজেৰে আহিছোঁ আৰু নিজ চকুৰে সয়ম্বৰৰ আয়োজন দেখা পাইছো। দিল্লীৰ পক্ষে আৰু এটা অপমানৰ কথা হৈছে।

পৃথ্বী। কেনে ?

দেৱী। কনৌজৰাজ দাম্ভিক জয়চাঁদে আপোনাৰ প্ৰতিমূৰ্ত্তি এটা দুৱৰীৰ পদত নিযুক্ত কৰিছে। অভিপ্ৰায়—দিল্লীক অপমান কৰা।

পৃথ্বী। সচাঁকৈয়ে বৰ অপমানৰ কথা সেনাপতি!

দেৱী। আদেশ কৰক মহাৰাজ! সেই সয়ম্বৰ-মণ্ডপৰ সৈতে কনৌজ নগৰ উৰাই দিওঁ।

পৃথ্বী। নহয় সেনাপতি! মই নিজে তাৰ প্ৰতিশোধ লম। তুমি নালাগে।

দেৱী। কেতিয়াও নহয় মহাৰাজ! সেই সামান্য কথা এটাৰ কাৰণে দিল্লীশ্বৰে কষ্ট কৰিবলৈ কোনো প্ৰয়োজন নাই। দিল্লীৰ সেনাপতিৰ গাত যথেষ্ট বল আছে। আদেশ কৰক মহাৰাজ!

পৃথ্বী। তুমি ভুল বুজিছা সেনাপতি। তুমি ভৰা উপায়েৰে প্ৰতিশোধ ললে দিল্লীক জগতে নিন্দিব। মই কি উপায়েৰে প্ৰতিশোধ লম জানা ? মই যদিও বিনা নিমন্ত্ৰিত, দুৱৰীৰ পদত নিযুক্ত অপমানিত, তথাপি—নিমন্ত্ৰিত শত্ৰু

শত ৰজা-মহাৰাজক চেৰ পেলাই এই বাহু বলেৰে হৰি আনি কনৌজ-কুঁৱৰীক দিল্লীৰ শ্ৰেষ্ঠ পটেশ্বৰী পাতিম। তেতিয়া হলে কোনেও আমাক বেয়া বুলিব নোৱাৰে, বৰং সকলোৱে প্ৰশংসাহে কৰিব। দিল্লীও ধন্য হব।

দেৱী। অতি উত্তম উপায়।

---

# ষষ্ঠ দৰ্শন

## কনৌজ—ফুলনি

[ সংযুক্তা। ]

সংযুক্তা। নিশাৰ পিছত দিন, দিনৰ পিছত নিশা, আহিছে আৰু গৈছে। মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ, কিমান আহিছে কিমান গৈছে, তাৰ আদি-অন্ত নাই। সুখ-দুখ, হৰ্ষ-বিষাদ, আনন্দ-নিৰানন্দ সকলো কেৱল আহিছে আৰু গৈছে—আহিব আৰু যাব। কালৰ অনন্ত সাগৰত কত ঢৌ মাৰ গৈছে। অজয় ককাইদেউৰ মৃত্যুৰ আজি এবছৰ হৈ গল। সংসাৰৰ ওপৰেদি অনন্ত কাল-সাগৰৰ এটি ঢৌ বাগৰি গল। কালিলৈ মোৰ সয়ম্বৰ। জগতে আনন্দ-সাগৰত বুৰ মাৰিছে। কনৌজৰপৰা নিৰানন্দ ভাগি পলাইছে। হেজাৰ বিজাৰ কৃত্তিম জোন-বেলিৰ সৃষ্টি হৈছে। প্ৰত্যেক বাট-ঘাট পদূলিয়ে পদূলিয়ে আনন্দৰ বিজয় পতাকা উৰি আকাশ ছানিছে। শঙ্খ ঘণ্টা বাজিছে। কিন্তু, এই আনন্দৰ মাজতো মোৰ প্ৰকৃত সুখ বিৰিঙি ওলাব পৰা নাই। ইতো প্ৰকৃত সয়ম্বৰ নহয়।

ই কেৱল দিল্লীৰ ওপৰত কনৌজৰ প্ৰতিশোধ লবৰ আয়োজন। ইয়াত সুখৰ কাৰণ কি হব পাৰে? মোৰ সয়ম্বৰ নহয়—মোৰ অপমানৰ বিৰাট আয়োজন। মই জানো—দিল্লীশ্বৰে কেতিয়াও এই অপমান সহ্য নকৰে। যেনেতেনে তেওঁ মোক নিবই নিব। মই তেওঁৰ ভাৰ্য্যা যেতিয়া তেওঁ মোৰ গাত পৰ-পুৰুষক কেতিয়াও হাত দিবলৈ নিদিয়ে বুলি দৃঢ় বিশ্বাস। কিন্তু, এটা কথা,—তেওঁ যে বিনা নিমন্ত্ৰিত! তেওঁ যদি এই বিষয়ে বাতৰি নাপায় তেন্তে মোৰ গতি কি হব? যাওক সেই কথা—মই ৰাজপুত ৰমণী। পৃথ্বীৰাজৰ লগত মোৰ গান্ধৰ্ব্ব বিবাহ কেতিয়াবাই হৈ গৈছে। পৃথ্বীৰাজ বিনে আন কাৰো ডিঙিত মালা দি মই ছিচাৰিণী হব নোৱাৰোঁ। যদি সেই সয়ম্বৰ-সভাত পৃথ্বীৰাজক দেখা নাপাওঁ তথাপি মই বিচলিত নহওঁ। যদি কোনোবাই মোৰ গাত হাত দিব খোজে তেন্তে এই অস্ত্ৰ বুকুত বহুৱাই দি পৃথ্বীৰাজক মানস স্মৃতিত মালা দি অজয় ককাইদেউৰ লগৰীয়া হম। আজি অজয় ককাইদেউ জীয়াই থকা হলে মোৰ কিহৰ চিন্তা? অজয় ককাইদেউ! তুমি স্বৰ্গৰ পৰা ভনীয়েৰাৰ মূৰত আশীৰ্ব্বাদৰ পাৰিজাত বৃষ্টি কৰা—যেন মই তোমাৰ শেষ অনুৰোধ ৰক্ষা কৰিবলৈ সমৰ্থ হওঁ।

[ বিজয়সিংহৰ প্ৰৱেশ। ]

বিজয়। সংযুক্তা! তুমি অকলৈ ইয়াত কি কৰিছা?

সংযুক্তা। কি কৰিম বিজয়! স্বৰ্গ-মৰ্ত্ত্যৰ কথা ভাবি আপোনাৰ সুখতে আপুনি মজিছোঁ।

বিজয়। মোকো মজোৱা সংযুক্তা! আজিয়েই বিজয়ৰ সংযুক্তাৰ লগত আনন্দৰ শেষ দিন। কালিলৈ তুমি কনৌজৰ ৰাজকুঁৱৰী পদৰপৰা পদচ্যুতা হবা। নব জীৱনৰ নবীন পথত নবীন নায়িকক জীৱন লগৰীয়া কৰি লৈ আনন্দৰ সোঁতত ভাহি যাবা। এই ক্ষুদ্ৰ বিজয়েই বা ক'ত, কনৌজেই বা ক'ত, নহয়নে ৰাজকুঁৱৰী? সেইকাৰণে আজিয়েই আনন্দ কৰিব লাগে।

সংযুক্তা। বেচতো বিজয়! কৰা, আনন্দ কৰা।

বিজয়। সংযুক্তা! মই তোমাক এটা কথা সোধোঁ সোধোঁ বুলি বহু-দিনৰপৰা সুধিব পৰা নাই। আজি নুসুধিলে নহয়। সময় উত্তীৰ্ণ হৈ যায়। কোৱা ৰাজকুঁৱৰী! মিছা কথা নকৰা—তুমি মোক ভালপোৱা নে নোপোৱা?

সংযুক্তা। কেলেই নাপাম? বৰ ভালপাওঁ বিজয়!

বিজয়। বৰ ভালপোৱা! তেন্তে মোক আজি সেই ভালপোৱাৰ প্ৰতিদান দিয়া।

সংযুক্তা। মইতো তোমাক কেতিয়াবাৰ পৰাই প্ৰতিদান দিওঁ দিওঁ কৈ দিব পৰা নাই। কিন্তু, সুযোগৰ অভাৱত মনৰ কথা মনতে আছে। তুমি জানো সেই প্ৰতিদান গ্ৰহণ কৰিবা?

বিজয়। অতি আনন্দেৰে ৰাজকুঁৱৰী।

সংযুক্তা। সঁচা কথা কৈছানে বিজয়সিংহ?

বিজয়। সঁচাতকৈও বেছি সঁচা কৈছোঁ।

সংযুক্তা। তেন্তে সত্য খোৱা যে তুমি সংযুক্তাৰ প্ৰেমৰ প্ৰতিদান গ্ৰহণ কৰিবা আৰু সংযুক্তাৰ কথামতে কাম কৰিবা।

বিজয়। সত্যে সত্যে তিনি সত্যে মই সংযুক্তাৰ কথা পালন কৰিম আৰু সংযুক্তাৰ ভালপোৱাৰ প্ৰতিদান গ্ৰহণ কৰিম।

সংযুক্তা। তেন্তে চকু মুজা বিজয়! মই এতিয়াই তোমাৰ অভিলষিত বস্তু দিম। সাৱধান! ৰাজপুতৰ প্ৰতিজ্ঞা—　　　　[ প্ৰস্থান। ]

বিজয়। [ চকুমুদি ]. ] সংযুক্তাই মোক ভালপায়। মোৰ ডিঙিত দিবলৈ তেওঁ মালা আনিবলৈ গৈছে হবলা? সংযুক্তা মোৰ হৃদয়েশ্বৰী হব। কি সৌভাগ্যৰ কথা! [ সংযুক্তা আৰু বিজয়াৰ প্ৰৱেশ। সংযুক্তাই ইঙ্গিত ক'ৰে। বিজয়াই বিজয়ৰ ডিঙিত মালা দিয়ে। ] সংযুক্তা! মোৰ ডিঙিত মালা দিছা নেকি?

সংযুক্তা। বিজয়! তোমাৰ হাতখন আগবঢ়াই দিয়া! [ বিজয়ে হাত আগবঢ়াই দিয়ে। সংযুক্তাই বিজয়াৰ হাতেৰে লগলগাই দিয়ে। ] বিজয়! তুমি মোৰ প্ৰতিদান গ্ৰহণ কৰিছানে?

বিজয়। কৰিছো।

সংযুক্তা। কৰিছানে?

বিজয়। কৰিছোঁ।

সংযুক্তা। কৰিছানে?

বিজয়। কৰিছোঁ?

সংযুক্তা। এতিয়া চকু মেলা।

বিজয় [ হাত এৰি দি ]। ই কি সংযুক্তা! ই যে দুৰ্ঘোৰ চলনা?

সংযুক্তা। খবৰ্দাৰ ৰাজপুত! বেছি কথা নকবা। তুমি মোৰ দান গ্ৰহণ কৰিছা। এবাৰ নহয়—তিনি বাৰ। ই একো নহয়—বিজয় আৰু বিজয়াৰ স্বৰ্গীয় মিলন। অসন্তুষ্ট নহবা বিজয়! সংযুক্তা আৰু বিজয়াৰ অলপো তফাৎ নাই।

[ সংযুক্তাৰ প্ৰস্থান। ]

---

# সপ্তম দৰ্শন

## কনৌজ—নগৰৰ সিংহদুৱাৰ

[ দুজন প্ৰহৰীয়ে পহৰা দি আছে। এজন মাতালৰ প্ৰবেশ।]

মাতাল (ফটিকা খাই)। আনন্দ! আনন্দ!! আনন্দ!!!

১ম প্ৰঃ। নকবা আৰু। সংসাৰ আনন্দেৰে ভৰপূৰ।

মাতাল। মূৰ্খ প্ৰহৰী! পহৰা দি থাকোঁতেই জনম গৈছে। তই আকৌ

আনন্দৰ কি মোল বুজিবি ? মোক চা, এইদৰে এধোকা ফটিকা খাই ভিঙিটো ভিয়াই লবি—তাৰ পিছত—আনন্দ ! আনন্দ !! আনন্দ !!!

মাতাল । —গীত—

ফটিকা মোৰ পৰাণ-প্ৰিয়া !
প্ৰেম-বসন্ত মই মতলীয়া,—
ময়ে ৰজা,—
কিনো মজা—
শীতলায় হিয়া
শীতলায় হিয়া ;—
ৰাজ্য মোৰ গৰখাৰৈ,
ফটিকা মোৰ পাটমাদৈ
আহাঁ সোণ !
আঁহা জোন !
চুমা এটি দিয়া—
চুমা এটি দিয়া ।

( বটলক ঘনে ঘনে চুমা খায় । ) আনন্দ ! আনন্দ !!

২য় প্ৰঃ । খবৰ্দাৰ মাতাল ! ই নগৰৰ সিংহদুৱাৰ । ইয়াত তোৰ বলিয়ালি নেখাটে ।

মাতাল। তাকেনো নকৈ কৈছোঁ। কি ? তইঁতৰ আনন্দ এই টেটুফলা গৰ্জ্জন কেইটাত। আৰু মোৰ আনন্দ এই ফটিকাত। আনন্দ ! আনন্দ !!

দ্বিতীয় প্রঃ। ধৰ মাতালক, ধৰি বান্ধ। [ ধৰি বান্ধিব খোজে। ]

মাতাল। বেচতো ! মোক ধৰিবি ?

[ মুখত ফটিকা ঢালি দিয়ে। ]

দ্বিতীয় প্রঃ। [ এৰি দিলে। ] ধেইট্ কটা ! মুখতে ফটিকা ঢালি দিলে।

মাতাল। মিছা কথা কৈছ ত—ইঁ—তে। উঁ—হতক আ ন—ন্দ দিছোঁ। আনন্দ ! আনন্দ !!

প্রথম প্রঃ। ককাই ! ইয়াক টে টুত ধৰি বাহিৰ কৰি দে।

দ্বিতীয় প্র। [ গতিয়াই বাজ কৰি দিয়ে ]

মাতাল। আনন্দ ! আনন্দ !! [ প্রস্থান। ]

প্রথম প্রঃ। ককাই ! আজি কিমান ৰকমৰ মানুহ চাবি ! কনা, কুজা, খোৰা, বুঢ়া, ডেকা, কেৱল মানুহ হে মানুহ। শাওণ-মহীয়া পুঠী-খলিহাৰ উজান ধৰা দিছে পাই।

দ্বিতীয় প্রঃ। এৰাতোন, সাতপুৰুষত এনে মানুহ দেখেছিলিনে ? আজি কিন্তু, এটা কথা মন কৰিছনে নাই ?

প্রথম প্রঃ। কি কথা ককাই ?

দ্বিতীয় প্রঃ। কথাটো হৈছে এই—বুঢ়াবিলাকৰ গাৰপৰা দেখান ভেকেচ্ ভেকেচ্ কৈ ডেকা ডেকা গোন্ধ ওলাইছে।

প্রথম প্রঃ। ঠিক কৈছ মোৰ কুটুম ! মই হলে কথাটো বৰকৈ মন কৰিছোঁ। তাৰ কাৰণটো কি কব পাৰনে ? ভালেটিহে কবিয়ে গাইছে—

দ্বিতীয় প্রঃ। ছোৱালী ! ছোৱালী ! বুঢ়া কালত তৰুণী ভাৰ্য্যাৰ লগত গৃহবাস কৰাৰ আশা।

১ম প্রঃ। বাৰু, এটা কথা ধৰি লচোন। শ্ৰীমতী সংযুক্তা আইদেৱে জানিবা তোৰ মূৰতে মালাধাৰ দিলে, তেতিয়া তই কি কৰিবি ?

২য় প্রঃ এঃ থৈ দে, আমাৰ সিমান ভাইগ নাই পাই।

১ম প্রঃ। কব নোৱাৰি। সংসাৰত আচৰিত একো নাই। ৰজাৰ জীয়েকে জানো মালিনীৰ পুতেকৰ ডিঙিত মালা দিয়া সাধু শুনা নাই ?

২য় প্রঃ। থৈ দে। সি হৈছে সাধু—মানুহে মনে গঢ়া কথা। ই যে সত্য—জলন্ত সত্য।

১ম প্রঃ। সাধুবোৰ যদিও মনে গঢ়া কথা, তাত অসত্য একো নাই। সাধুবোৰত মানৱ-সমাজৰ হুবহু চিত্ৰ প্ৰতিফলিত হৈ উঠে। সেইকাৰণে মই আশা এৰি দিয়া নাই বুইছ ? যদিহে বিধতাই কপালত ডাঙৰ ডাঙৰ কৈ আঁক কেইটা মাৰি থৈছে তেন্তে মোৰ আশা পূৰ্ণ নহব বুলি কোন বাপেকৰ পুতেকে বুকুত হাত দি কব পাৰে অ' ?

২য় প্রঃ। কথাটো হলে সঁচাও হব পাৰে। বাৰু কচোন—শ্ৰীমতীয়ে যদি তোৰ মূৰত মালা দিয়ে, তেন্তে তই কি কৰিবি ?

১ম প্রঃ। হাঃ হাঃ! টিকাত চপৰিয়াই লেথি লেথি একুৰি আঠোটা জঁাপ মাৰিম বাপেকে।

২য় প্রঃ। তাৰ পিছত ?

১ম প্রঃ। তাৰ পিছত এইদৰে এটা জয়ধন পাগুৰি মাৰি লৈ এইদৰে ঠেঙৰ ওপৰত ঠেং তুলি বহি লৈ এই দৰে পাৰোঁমানে ৰসগোল্লা, কাছু গোল্লা, ক্ষীৰমোহন ইত্যাদিৰ নপুংসৰ শ্ৰাদ্ধ পাতি দিম। হাঃ হাঃ হাঃ।

২য় প্রঃ। থেইট্ কতা ৰাক্ষস ! সোঁৱা, এজাক আহিছে। আমি আঁতৰৰ পৰা আঁৱেগলেথ চাওঁহক আহ। [ আঁতৰি থাকে কেইজনমান ৰজাৰ প্ৰৱেশ। ]

১ম বক্তা। এই সভালৈ দিল্লীশ্বৰ পৃথ্বীৰাজক নিমন্ত্ৰণ কৰা হোৱা নাই নেকি ?

২য় বক্তা। সেইবাৰে আপুনি বিৰক্ত হৈছে কিয় ?

৩য় বক্তা। এৰা এৰা, ভালৰাহে কথা। আমাৰ তথাপি এটা প্ৰতিবন্ধক গৈছে। কোনে জানে পৃথ্বীৰাজ অহা হলে ৰাজকুঁৱৰীয়ে পৃথ্বীৰাজৰ ডিঙিতেই মালা নিদিলেহেতেন বুলি ? এতিয়া তেও যাহক আমাৰো অলপ আশা আছে।

৪র্থ বক্তা। কেতিয়াও নহয় বৃদ্ধ ! তোমাৰ ফালে অলপো আশা নাই। তোমাৰ পকা ডাড়ি-চুলি দেখি ৰাজকুঁৱৰীয়ে তোমাক কেতিয়াও মনোনীত নকৰে। ডেকাৰ কাষতেইহে আশাৰ চলাচলৰ পথ বেঁকা।

৩য় বক্তা। তোমালোকে বলিয়াৰ দৰে কথা নকবা। মই কেতিয়াও বুঢ়া হোৱা নাই। তিনি কুৰি বছৰনো কি ? চকুৰ পচাৰতে যায়। সেইবুলি মই বুঢ়া হৈছোঁনে ? বায়ু আৰু অতিৰিক্ত চিন্তাত চুলি কেইডাল বগা হৈছে মাথোন। ঘৰত সাত জনী কুঁৱৰী বৰ্ত্তমান আছে। অলপতে মাথোন গুজৰাটৰ পৰা এজনী দিপলিপ গাভৰু বিয়া কৰি আনিছো। আৰু এশজনী মাইকী বিয়া কৰাই ঘৰ কৰিবৰ মোৰ গাত শক্তি বিদ্যমান, বিদ্যমান। কোনে মোক বুঢ়া বুলি কয় ?

৪র্থ বক্তা। বাঃ বাঃ। "চালনীয়ে কয় বেজিক তই ভাই ফুটা,
নহয়নে ভাই হাঁহি উঠা — নহয়নে হাঁহি উঠা ?
তিনিকুৰিয়াই বিয়া কৰি আনে ষোলবছৰীয়া,
পকা ডাড়ি চুলি কাঢ়ি কৰে নাইকিয়া।
ওঁঠত তামোলৰ সেলেঙি লগাই ডেকালি কৰি
নাতিনীয়ুৰীয়া ঘৈণীক মাতে বুলি প্ৰাণেশ্বৰী।
নহয়নে বাৰু হাঁহি উঠা—নহয়নে হাঁহি উঠা ?"

১ম, ২য় বক্তা। বেছ্, বেছ্।

৩য় বক্তা। দেখিছাহঁকনে বাক। এই বাবৰ তেলপোৱাহঁতৰ পেংলাইৰ খুন্দা! মই বিয়া কৰিম। তহঁতৰ কি হব, বন্দাইহঁত হো?

১ম বক্তা। মনে মনে থাকক। বিধাতাই যাৰ লগত যোৰা লগাই থৈছে, সেয়ে ৰাজকুঁৱৰীক পাব। তক বিতৰ্কৰ কোনো প্ৰয়োজন নাই।

৩য় বক্তা। মোৰ হলে খোলাখুলি কথা। যি আশা কৰি দাক্ষিণাত্যৰ পৰা এইখিনি পাইছোহি, যদি সেই আশাই পূৰ্ণ নহয়, ৰাজকুঁৱৰীয়ে যদি মোক মালা নিদিয়ে, বিফল মনোৰথ হৈ যদি উলটি যাব লাগে, তেন্তে বিহ খাই প্ৰাণত্যাগ কৰিম। এই মোৰ প্ৰতিজ্ঞা।

৪ৰ্থ বক্তা। অহহ, বৰ ডাঙৰ প্ৰতিজ্ঞা! ভীষ্মৰ প্ৰতিজ্ঞাকৈও একোৰ চৰা।

২য় বক্তা। এতিয়া যাওঁহক বলা, নহলে সিফালে চেলিব।

[ সকলোৰে প্ৰস্থান। অলপ পিছতে পৃথ্বীৰাজৰ প্ৰৱেশ।
প্ৰহৰী দুটাই আগবাঢ়ি আহি চেলাম দিয়ে। ]

প্ৰঃ। হজুৰ, চেলাম চেলাম।

পৃথ্বীৰাজ। (স্বগত) চমৎকাৰ কনৌজনগৰ,
অনুপম জাকজমকতা।
কৃত্ৰিম অমৰাৱতী হইছে সৃজন।
লুকলি চোৰৰ পথ,—
ইচ্ছামতে আহিছো সোমাই।
চোৰ হই আজি
প্ৰৱেশিছে পৃথ্বীৰাজ দিল্লীৰ ঈশ্বৰ।
কালৰ বিচিত্ৰ লীলা!

১ম প্ৰঃ। হজুৰ! আপুনি হবলা সয়ম্বৰলৈ যাব ?

পৃথ্বী। এৰা। সেই বুলিয়েইতো আহিছো।

২য় প্ৰঃ। সকলো দেখোন গৈ অন্তই হল। আপুনি এতিয়াহে আহিছে। যাওক, এই বাটেৰেই গৈ থাকক। [ পৃথ্বীৰাজৰ প্ৰস্থান। ]

১ম প্ৰঃ। এওঁৰ দোখোন ধেনু, কাঁড়, ঢাল, তৰোৱাল সকলো লগতেই। কিবা চৰাই-চিৰিকতি চিকাৰ কৰো বুলি আহিছে হবলা ?

২য় প্ৰঃ। নহয়নো আকৌ কি ? ইও এক চিকাৰহে। চৰাই-চিকাৰ নহয় জেনিবা ছোৱালী চিকাৰ। এওঁৰ বেহৰূপ চাই মই হলে এওঁৰ কপালেই ফুলিব যেন পাইছো। ভালে ভালে নহলে বলেৰেই নিব যেন পাইছো। দেখা নাইনে, একেবাৰেই যুদ্ধৰ সাজপাৰ পিন্ধি আহিছে। কাৰনো মগজুত ইমান খিনি বুদ্ধি খেলাইছে অ ? কোনেওতো লগত এখনো তৰোৱালকে অনা নাই।

১মঃ প্ৰঃ। এৰা, মোৰো তেনে যেন লাগিছে পাই। ব'লচোন চাওঁগৈ ক'ৰ পানী ক'লৈ যায়। [ প্ৰস্থান। ]

---

# অষ্টম দৰ্শন

## কনৌজ—সুসজ্জিত স্বয়ম্বৰ সভা

[ ৰাজৰ্ষি সমৰসিংহ প্ৰমুখ্যে নিমন্ত্ৰিত ৰজা, মহাৰজা আৰু পাত্ৰ-মন্ত্ৰী সকল।
বিজয়সিংহ আৰু আন আন ৰাজবিষয়াসকল। কনৌজৰাজৰ নিমিত্তে
সাঞ্চ-খলপীয়া বেদীৰ ওপৰত সিংহাসন প্ৰস্তুত কৰি থোৱা আছে।
নেপথ্যত মাঙ্গলিক শঙ্খ ঘন্টা ধ্বনি, উৰুলি আদি। ]

সমৰসিংহ। মই জানিব পাৰোনে, দুৱৰীৰ পদত নিযুক্ত প্ৰতিমাখনি কাৰ?

বিজয়। দিল্লীশ্বৰ পৃথ্বীৰাজৰ।

সমৰ। কিকাৰণে তাক ৰখা হৈছে?

বিজয়। আমি তাৰ কৈফিয়ৎ দিবলৈ বাধ্য নহওঁ।

২য় ৰজা। সৌৱা, ৰাজকুঁৱৰী আহিব লাগিছে।

[ জয়চাঁদ, সংযুক্তা আৰু সখীসকলৰ প্ৰৱেশ। উৰুলি,শঙ্খধ্বনি আদি। ]

জয়চাঁদ। সংযুক্তা! মুখৰপৰা ওৰণি গুচাই চাৰিওকালে চা। এতিয়া তোৰ কাৰ্য্য সম্পাদন কৰিবৰ সময় পৰিল। তোৰ সন্মুখত হিন্দুস্থানৰ সকলো ঠাইৰে ৰজা-মহাৰজাসকল তোৰ প্ৰণয়-প্ৰাৰ্থী হৈ বহি আছে। তোৰ

ইচ্ছামতে যেই সেই এজনৰ মূৰত মালা দি স্বামী বৰণ কৰ। মনত ৰাখিবি, এই নিৰ্ব্বাচনৰ ওপৰতেই তোৰ ভৱিষ্যত সুখ দুখ।

[ সংযুক্তাই চাই চাই শেষত পৃথ্বীৰাজৰ শিলামূৰ্ত্তিত মালা দি সেৱা কৰে। ]

জয়চাঁদ। কি কৰিলি, কি কৰিলি সংযুক্তা? পৃথ্বীৰাজৰ পাষাণ প্ৰতিমাৰ ডিঙিত মালা দিলি কিয়? শত্ৰুক মিত্ৰ কৰিলি, চোহানৰ গৌৰৱ অটুট ৰাখিলি। ৰাঠোৰৰ নাক কটালি। ছি, ছি সংযুক্তা! ( লাজতে তললৈ কৰে। ) এতিয়াও সময় আছে। পৃথ্বীৰাজে মালা পোৱা নাই। শিলামূৰ্ত্তিৰ ডিঙিতহে মালা দিছ। এই অজ্ঞানকৃত অপৰাধৰ মাৰ্জ্জনা আছে। এতিয়াও ভালেৰে কৈছোঁ, উপযুক্ত প্ৰাৰ্থীৰ ডিঙিত মালা দি স্বামী বৰণ কৰ। জয়চাঁদৰ মান ৰাখ। কনৌজৰ গৌৰৱৰ উচ্চচূড়া মাটিত খহি পৰিব নিদিবি। নতুবা এই তৰোৱাল নি মোৰ বুকুত বহুৱাই দে। পিতৃহত্যা কৰ। সেইখিনিও কৰিবলৈ বাকী নাৰাখিবি।

সংযুক্তা। দেউতা! এই কৰ্ম্ম মোৰ অজ্ঞানকৃত নহয়, স্বেচ্ছাকৃত। এবাৰ যাৰ ডিঙিত মালা দিছোঁ, এবাৰ যাক স্বামী বুলি হৃদয়-সিংহাসনত বহুৱাইছোঁ, তাক নমাম কেনেকৈ? আকাশৰ গ্ৰহ-নক্ষত্ৰ কক্ষচ্যুত হওক, চন্দ্ৰসূৰ্য্য খহি পৰক, তথাপি ৰাজপুতবালা হিন্দুনাৰী কনৌজকুঁৱৰী কেতিয়াও ব্যভিচাৰিণী হ'ব নোৱাৰে।

জয়। সংযুক্তা!

সংযুক্তা। দেউতা!

জয়। পুনৰবাৰ কৈছোঁ, মোৰ কথামতে কাম কৰ গৰবিনী! ( দাঁত কামুৰি ) নহলে—

সংযুক্তা। হওক, নহলে যি হ'ব লাগে সেয়েই হওক। তথাপি কনৌজৰ ৰাজকুঁৱৰী সংযুক্তাৰ স্বামীত্ব পৃথ্বীৰাজৰ বাহিৰে আন কেৱে নাপায়।

জয়। ইমান দূৰ ৰাক্ষসী! (তৰোৱাল ডাঙে)

সংযুক্তা। (আঠুকাঢ়ি) দিয়ক দেউতা! হাঁহি হাঁহি আনন্দ মনেৰে বুকু পাতি দিছো। শেষৰ কিয়? দিয়ক, দেহভাৰ দান, পিতৃৰ প্ৰসাদ দিয়ক।

জয়। ৰাক্ষসী! তই মোৰ এ'কো নহয়। এয়েই তোৰ জীৱনৰ অন্তিম মুহূৰ্ত্ত। (আক্ৰমণৰ উদ্যোগ কৰি তৰোৱাল দাঙে। এনেতে ৰাণাই আহি আক্ৰমণ ব্যৰ্থ কৰে।)

ৰাণা। মহাৰাজ! নাৰী অবধ্য।

জয়। মই স্বীকাৰ কৰো—নাৰী অবধ্য। কিন্তু, ৰাক্ষসী অবধ্য নহয়।

ৰাণা। আপোনাৰ কন্যা ৰাক্ষসী নহয়। ৰাজপুতৰ ঘৰত ৰাক্ষসী নজন্মে।

জয়। মোৰ দুৰ্কপাল ৰাণা! মোৰ ঘৰত ৰাক্ষসী জন্মিছে। আজি মোৰ কন্যাই কালফেঁটিসাপ হৈ মোৰ ৰাজ-মূৰতে দংশিছে। যাওক, বধ অসহ্য! সোণকালে শেষ কৰোঁ।

(সংযুক্তাক কাটিবলৈ তৰোৱাল দাঙে। শিলামূৰ্ত্তিৰ পাছত লুকাই থকা পৃথ্বীৰাজে বিজুলী বেগেৰে আহি তৰোৱাল ব্যৰ্থ কৰে। ৰাজপুত সভাবিলাকে কঁপি কঁপি খুটা যেন আসিৰ আঁৰত লুকায়। সকলোৱে হা কৰি মুখ মেলি ৰয় আৰু সংযুক্তাই আহি পৃথ্বীৰাজৰ কাষ চাপে।]

পৃথ্বী। (সংযুক্তাৰ হাতত ধৰি)

যদিওবা পৃথ্বীৰাজ, বিনা নিমন্ত্ৰিত
উপস্থিতো, ভাগ্যবলে পাইছোঁ। যেতিয়া
সংযুক্তাই যাচি দিয়া প্ৰেম-পুষ্পহাৰ,
ঈশ্বৰক শত শত ধন্যবাদ দি
মোৰ বস্তু মই এবে কৰিলোঁ গ্ৰহণ।
সাক্ষি হোৱা চন্দ্ৰ, সূৰ্য্য, বায়ু, অগ্নিদেৱ,

আজি হতে হল মোৰ কনৌজসুন্দৰী।
চাই থাক মুখ মেলি শিয়ালৰ দল!
মিছাতেই সিংহিনীৰ পাণি আশা কৰি
অপেক্ষিলি ইমান সময়।
সিংহিনীয়ে সিংহৰ ডিঙিত
দিলে মালা সন্তোষে আগতে।
নোৱাৰিবি পাছ দিলে কুনাম ৰটিব।
ন্যায়মতে, দিন দুপৰতে
লাভ কৰি জীৱন-সঙ্গিনী
যাওঁ এবে হৰিষেৰে নিজ দেশলই।
ব'লা প্ৰিয়তমে!
অপেক্ষিছে বাহিৰত অশ্ব সুসজ্জিত।
প্ৰণিপাত পূজ্যপাদ শহুৰ দেউতা!
মাগিলোঁ বিদায়।

[ সংযুক্তাক লৈ পৃথ্বীৰাজৰ প্ৰস্থান। সকলো স্তম্ভিত ]

জয় — বিজয় সিংহ! যোৱা সজোৱা। অস্ত্ৰ চলোৱা। ৰলা।

[ সকলোৱে প্ৰস্থান। ]

তৃতীয় অঙ্ক সমাপ্ত।

---

# চতুৰ্থ অঙ্ক

## প্ৰথম দৰ্শন

### দিল্লী — ফুলনি

[ ফুলাৰ আসনত সংযুক্তা আৰু পৃথ্বীৰাজ। আগত সখীসকলৰ নাচ-গান। ]

সখীসকল। — গীত —

"কুউ কুউ গান (কৰে) বিয়াকুল প্ৰাণ
( আনে ) চেনেহ-বাতৰি মিলন-মাধুৰী হানিছে মদন বাণ ;—
অমৃত ঢালে নীল গগনে
সৌৰভ যাচে ধীৰ পৱনে
মাধুৰী বিহনে উকণ্ঠা পৰাণে হব নিশা অৱসান।
পাতোঁ আঁচলেৰে কপালি আসন,
আহাঁ প্ৰাণধন! দিয়া পৰশন
জোনাক পোহৰে অধৰে অধৰে কৰে প্ৰেম সুধাপান।"

[ সখীসকলৰ প্ৰস্থান। ]

পৃথ্বী। কি সুন্দৰ! কি স্বৰ্গীয়! মোৰ মন প্ৰাণ হৰি নিলে। প্ৰাণেশ্বৰী! 'বিশ্বৱিজয়ৰ বিনন্দ-বিলাস সৃষ্টিত তুমিও এটা সঙ্গীত মাথোন।

সংযুক্তা। (হাঁহি) বেছতো! মই যে কেতিয়াবাৰ পৰা সঙ্গীত হৈছোঁ। সেই কথা জনাই নাছিলোঁ। আপুনি এক প্ৰিয়তম?

পৃথ্বী। ঠাট্টা নহয় প্ৰিয়তমে! মই সঁচা কথা কৈছোঁ। সঙ্গীতৰ কি বিশ্ববিমোহিনী শক্তি! সঙ্গীতে পাষাণ হৃদয়কো গলায়। ভীষণ বনৰীয়া পশুকো

তালে তালে নচুৱায়! সঙ্গীতৰ ইমান অসাধাৰণ প্ৰভাৱ। তোমাৰ গাতো যে সেই সকলোবোৰ শক্তি বিদ্যমান।

সংযুক্তা। থাক স্বীকাৰ্য্য। আপুনি হল কি?

পৃথ্বী। মই তাৰ শ্ৰোতা। তুমি স্বৰ্গৰ পৰা নামি অহা আকাশী গঙ্গাৰ সোঁত। মই পিয়াহত শুকাই থকা মৰুভূমিৰ মাজৰ আকুল পথিক। মনত পৰেনে প্ৰিয়তমে! সেই ভাহানিৰ কথা? আমাৰ সেই গান্ধৰ্ব্ব-বিবাহ আৰু তোমাৰ সেই আচৰিত সয়ম্বৰৰ কথা?

সংযুক্তা। আজি সকলো যে স্মৃতিৰ সগত মিহলি হৈছে।

(কুলি এটাই মাতে —'কুউ')

পৃথ্বী। সেই যে কুলিটোৱে মাতিছে শুনিছানে?

সংযুক্তা। শুনিম কিয়? মোৰ জানো কাণ নাই?

পৃথ্বী। বাৰু। মাতটো কেনে?

সংযুক্তা। যেনে হোৱা উচিত।

পৃথ্বী। বাৰু। কবিবিলাকে সেই মাত শুনি ভাউ-পানী এৰি বলিয়া হয় কিয়?

সংযুক্তা। কাৰণ, সিহঁতো আপোনাৰ নিচিনাই বলিয়া। মই জানো— মই মহেই। ৰক্ত-মাংসৰে নিৰ্ম্মিত মনুষ্য নামধাৰী জন্তুবিশেষ। কিন্তু আপোনৰ মানত মই হলোঁ। সঙ্গীত। সেই দৰে সকলোৱে জানে সেই ঘৰ কলীয়া কুলি নামৰ চৰাইটোৰ মাত,—কিন্তু বলিয়া কবিৰ মনত নন্দনবনৰ অপ্সৰাৰ কলকণ্ঠ বিনিস্মৃত এটা অনুপম ৰাগিণী।

পৃথ্বী। অৱশ্যে সেই কথা মিছা বুলি দলিয়াই পেলাব নোৱাৰি। চৰাইটি কেনে সুৰূপ—কিন্তু তাৰ মাতটো কেনে ললিত! কেনে মধুৰ!

সংযুক্তা। তাৰ আন এটা উদাহৰণ দিয়কচোন।

পৃথ্বী। তুমি আগেয়ে দিয়া, মই পিছত দিম।

সংযুক্তা। শুনক তেন্তে। কলীয়া মেঘৰ কোলাত বগী বিজুলী। হবনে ?

পৃথ্বী। নিশ্চয় হব। মই দিওঁ শুনা—গোকুলৰ কলীয়া কানাই আৰু ষোড়শ হেজাৰ গোপিনীক বলিয়া কৰা বংশীধ্বনি। হৈছেনে ?

সংযুক্তা। অলপ ভুল হৈ গল। ষোড়শ হেজাৰৰ লগত এক যোগ নিদিলে, একোৱেই হিচাপ নিমিলিব। শ্ৰীমতী ৰাধিকাৰ কথা পাহৰিলেনে ?

পৃথ্বী। এৰা, বেছতো চতুৰা তুমি !

[ নগৰপালৰ প্ৰৱেশ। ]

ন-পাল। নমস্কাৰ মহাৰাজ আৰু মহাৰাণী।

পৃথ্বী। কি হৈছে নগৰপাল ?

ন-পাল। পুনৰ দিল্লীৰ সীমান্তত শত্ৰু উপস্থিত। এইবাৰো সেই দস্যু চাহাবুদ্দিন। মই আপোনাক এই বাতৰি দিবলৈ লৰি আহিছে।।

পৃথ্বী। পুনৰবাৰ শত্ৰু আহিছে ! সিদিনাখন মাথোন প্ৰাণ লৈ পলাই গৈছিল। আজি কোন নাকেৰে পুনৰ ভাৰতত ভৰি দিছে মই কব নোৱাৰোঁ।

ন-পাল। মহাৰাজ ! সিহঁত বৰ নিধক। লাজ চৰম একো নাই।

পৃথ্বী। নগৰপাল ! তই যা। মই তাৰ প্ৰতিকাৰ কৰিম।

[ নগৰপালৰ প্ৰস্থান। ]

সংযুক্তা। এতিয়া মই কি কৰো ? তুমি মোক কি কৰিবলৈ পৰামৰ্শ দিয়া ?

সংযুক্তা। আপুনি জানো মোৰ পৰামৰ্শ মতে কাম কৰিব ?

পৃথ্বী। নিশ্চয় কৰিম সংযুক্তা !

সংযুক্তা। তেন্তে শুনক—সাত দিন সাত ৰাতি এই প্ৰমোদ-উদ্যানত বিহাৰ কৰি থাকক। বাহিৰ নোলাব। এয়ে মোৰ পৰামৰ্শ।

পৃথ্বী। ঠাট্টা কৰিছা কিয় সংযুক্তা ?

সংযুক্তা। ঠাট্টাহে কৰিলো ?

পৃথ্বী। নহয়নো কি ? বাহিৰত শত্ৰুয়ে আক্ৰমন কৰক আৰু মই কাপুৰুষৰ নিচিনাকৈ ঘৰৰ ভিতৰত সোমাই থাকোঁ ?

সংযুক্তা। কিয় ? মই খেদি দিম নহয় !

পৃথ্বী। অকৌ ঠাট্টা ?

সংযুক্তা। মই কথা কলেই যদি ঠাট্টা হয় তেন্তে মই আৰু নিৰুপায়।

পৃথ্বী। ভালকৈ কোৱা সংযুক্তা ! মই কি কৰোঁ ?

সংযুক্তা। আগে-পিছেনো কি কৰে ?

পৃথ্বী। যুদ্ধ।

সংযুক্তা। তেন্তে এই বাৰো তাকে নকৰি ভাৱতোট খুৱাই পঠিয়াব খোজে নেকি ?

পৃথ্বী। বেছ জব্দ কৰিলা সংযুক্তা ! আহাঁ, আমি এই বিষয়ে মন্ত্ৰণা-গৃহত আলচ কৰোঁগৈ।

সংযুক্তা। বলক। [ দুয়োৰো প্ৰস্থান। ]

# দ্বিতীয় দৰ্শন

## কনৌজ—অন্তঃপুৰ

[ অকলে জয়চাঁদ । ]

জয় । সকলো আশা পণ্ড হল । কৌশলৰ কোনো ফল নধৰিল । চোহানৰ সদায় জয়—ৰাঠোৰৰ সদায় পৰাজয় । পৃথ্বীৰাজে মোৰ গাত হাত দিবলৈও বাকী নেৰিলে । আৰু অসহ্য—সেই নৰাধমৰ কাৰণেই মই মোৰ প্ৰাণৰ অজয়ক ইহ জন্মলৈ হেৰুৱালোঁ । সংযুক্তাৰ লগতো সি মোৰ চিৰ-বিচ্ছেদ ঘটালে । তাইক মোৰ বুকুৰ পৰা বাপেকীৰ সম্বন্ধ ছিঙি কাঢ়ি লৈ গল । পোৰাকপলীয়া জয়চাঁদ ! সংসাৰত আজি তোৰ কোনো নাই ! তাহানিয়েই তিৰোতা মৰিল । অলপতে কাণসমনীয়া পুত্ৰ মৰিল । শেহত ছোৱালীজনী বাকী আছিল । তায়ো মৰিল । যাওক, সকলো যাওক । কাকো নেলাগে । জয়চাঁদ জীয়াই আছে । এতিয়াও তাৰ শৰীৰত ৰাজপুতৰ তপত শোণিত আছে । এতিয়াও জয়চাঁদৰ আশাৰ বন্তি নুমোৱা নাই । প্ৰতিশোধ লবৰ সময় পাৰ হৈ যোৱা নাই । তেন্তে জয়চাঁদৰ কৰ্ত্তব্যৰ এতিয়াও ওৰ পৰা নাই । এক উপায়েৰে বলে পৰা নাই, আন উপায় অৱলম্বন নকৰোঁ কিয় ? সিও যদি ফলৱতী নহয় তেন্তে আন এটা—তাৰ পিছত আন এটা । প্ৰতিশোধ লবৰ বিভিন্ন পথৰ বিভিন্ন বাট মুকলি হৈ আছে । চিন্তা কিহৰ ? ভাবনা কিহৰ ? পুৰুষৰ পুৰুষাৰ্থৰ অন্ত নাই । দেখা যাওক ।

[ প্ৰহৰীৰ প্ৰবেশ । ]

প্ৰহৰী । মহাৰাজ ! মেৱাৰৰ ৰাণা সমৰসিংহ আহিছে !

জয়। যা। ইয়ালৈ পঠিয়াই দে। [ প্ৰহৰীৰ প্ৰস্থান। ] কনৌজত বাণাৰ প্ৰয়োজন কি? আচৰিতে ওলাইছেহি দেখোন! আগে পিছেতো কোনো দিনে এইদৰে অহা নাই। আহক বাণা।

[ বাণাৰ প্ৰৱেশ। ]

বাণা। মহাৰাজ! ইয়াত অকলৈ কি ভাবি আছে?

জয়। জয়চাঁদৰ ভাবনাৰ অন্ত নাই বাণা! মই নিজেই নাজানো, মোৰ ভাবনাৰ অৰ্থ কি? আকাশৰ কথা ভাবো, পাতালৰ কথা ভাবো, কনৌজৰ কথা ভাবো, চিতোৰৰ কথা ভাবো—কেৱল ভাবো। যিদিনা মাটিৰে মিলিম সেইদিনাহে এই ভাবনাৰ অন্ত পৰিব। পিছে, আপুনি দেখোন অকস্মাত ওলালহি?

সমৰ। দিল্লীৰফালে যাওঁ বুলি আহিছিলোঁ। পিছে আপোনাক বহুত দিন দেখা নাই। মহাৰাজক দেখা কৰি যাওঁ বুলিহে ইয়াত সোমালোঁ।

জয়। দিল্লীলৈ যায় কিয়?

সমৰ। যুদ্ধ কৰিবলৈ।

জয়। দিল্লীৰ বিৰুদ্ধে যুদ্ধ কৰিব? মযো আপোনাক সহায় কৰিম।

সমৰ। ভগবান! দিল্লীৰ বিৰুদ্ধে যুদ্ধ কৰিম কিয়? দিল্লীৰ ফলীয়া হৈ মুচলমানৰ বিৰুদ্ধে যুদ্ধ কৰিম। আপুনি নেযায়নে?

জয়। ক'ৰ যুদ্ধ, কঁ'ৰ মুচলমান, আমি একো গমেই নেপাওঁ। তেনেস্থলত উপযাচি যাবলৈ কি প্ৰয়োজন?

সমৰ। ময়োতো পৃথ্বীৰাজৰ পৰা বিশেষকৈ কোনো বাতৰি পোৱা নাই। শুনিছোহে পুনৰ চাহাবুদ্দিন ঘোৰীয়ে হেনো ডাঙৰ ফৌজ এটা লৈ ভাৰত সোমাইছেহি। শুনিয়েই যেনে আছিলো তেনে অৱস্থাতে লৰি আহিছো। যেয়া হৈছে জানো মহাৰাজ?

জয়। কেলেই বেয়া হব? অতি উত্তম হৈছে। চিতোৰৰ ৰাণাৰ পক্ষে এয়েই উপযুক্ত। গৰাকীৰ প্ৰতি চাকৰৰ যি কৰ্ত্তব্য তাৰ অলপো কম্‌কৈ হোৱা নাই ৰাণা!

সমৰ। ই কেনে ধৰণৰ কথা মহাৰাজ? নিমন্ত্ৰণৰো সময় আছে। বিবাহ, ভোজ আদিলৈহে নিমন্ত্ৰণলৈ বাট চাব লাগে। কিন্তু এনেকুৱা কাৰ্য্যৰ নিমিত্তে নহয়। শ্মশানলৈ যাবৰ সময়ত, দুৰ্ভিক্ষত পীড়িতক ৰক্ষা কৰিবৰ সময়ত, শত্ৰুৰ হাতৰ পৰা স্বদেশক ৰক্ষা কৰিবৰ সময়ত, নিমন্ত্ৰণৰ প্ৰয়োজন নাই। নিমন্ত্ৰণলৈ অপেক্ষা কৰি শত্ৰুক ৰাণা নিদি ঘৰৰ ভিতৰত সোমাবলৈ বাট এৰি দিব নোৱাৰি। ঘোৰী কেৱল পৃথ্বীৰাজৰে শত্ৰু নহয়—মোৰো শত্ৰু—আপোনাৰো শত্ৰু—প্ৰত্যেক ভাৰতবাসীৰে শত্ৰু। ভাৰত কেৱল পৃথ্বীৰাজৰে জন্মভূমি নহয়, মোৰো—আপোনাৰো—প্ৰত্যেক ভাৰতসন্তানৰে। জন্মভূমিক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰা সকলোৰে কৰ্ত্তব্য।

জয়। কিন্তু জয়চাঁদৰ নহয়।

সমৰ। জয়চাঁদ জানো ভাৰতসন্তান নহয়?

জয়। নিশ্চয় হয়। কিন্তু কনৌজ দিল্লীৰ কৰতলীয়া নহয়। জয়চাঁদ চিতোৰৰ ৰাণাৰ নিচিনা পৃথ্বীৰাজৰ গোলাম নহয়। পৃথ্বীৰাজৰ দিল্লী আক্ৰমণ কৰিলে তাক ৰক্ষা কৰাৰ ভাৰ পৃথ্বীৰাজৰ গাত আৰু জয়চাঁদৰ কনৌজ শত্ৰুৱে আক্ৰমণ কৰিলে তাক ৰক্ষা কৰাৰ ভাৰ এই দুই বাহুৰ।

[ দ্বিতীয় দূতৰ প্ৰৱেশ। ]

দূত। ( সেৱা জনাই ) মহাৰাজ! আপোনালৈ দিল্লীশ্বৰে এখন পত্ৰ দিছে।

জয়। দে। ( লয় )

দূত। ৰাণা! আপোনালৈকো দিছে। আপোনাক ইয়াতে পালো ভালেই হল। মই যাওঁ। [ প্ৰস্থান। ]

সমৰ। চাওক মহাৰাজ! আপোনৰ অভিলাষ পূৰ্ণ হল। নিমন্ত্ৰণ-পত্ৰ পাঠেহিয়েই—

জয়। অহ! কি সুন্দৰ নিমন্ত্ৰণ! মৃত্যুৰ কাৰণে নিমন্ত্ৰণ! যাওক বাপা! আপুনিয়েই নিমন্ত্ৰণ গ্ৰহণ কৰি কৃতাৰ্থ হওকগৈ।

সমৰ। আপনি একা?

জয়। মোৰ মতামত আগেয়েই প্ৰকাশ কৰিছো। মই পৃথ্বীৰাজৰ গোলাম নহওঁ যে তাৰ আদেশ পালন কৰিম। মই যোৱা নোযোৱাৰ কথা নিজ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিছে। পাৰিলে চাহাবুদ্দিনকহে সহায় কৰিম। আপুনি হলে যাবলৈ বাধ্য কিয়নো—

সমৰ। মই আৰু আপোনাৰ ইমান গৰম কথা শুনিব নোৱাৰো।

জয়। সেই বাবে মই দুঃখীত। জয়চাঁদে সদায় উচিত কথা কয়। মুখত এটা কথা কই পেটত আন এটা লুকাই ৰখা জয়চাঁদৰ অভ্যাস নাই। সেই বাবে মানুহে ভালেই পাওক বা বেয়াই পাওক।

সমৰ। তেন্তে মই এতিয়া যাওঁ,—নিজ কৰ্ত্তব্য কৰোঁগৈ। কিন্তু যোৱাৰ আগেয়ে আপোনাৰ ভৰিত ধৰি এটি অনুৰোধ কৰি যাওঁ। মহাৰাজ! মই বৃদ্ধ, মই আপোনাৰ নমস্য। আপোনাৰ ভৰিত ধৰি প্ৰাৰ্থনা কৰিছো—সোণৰ হিন্দুস্থানত নিজ হাতে জুই লগাই নিদিব। এতিয়া বিদায়। [ প্ৰস্থান।]

জয়। হাঃ হাঃ উত্তম! [ প্ৰস্থান।

---

# তৃতীয় দৰ্শন

## দিল্লীৰ সীমান্ত শিবিৰ

[ ঘোৰী, কুটুবুদ্দিন আৰু গিয়াছ । ]

গিয়াছ। জাহাপনা! সেইবাৰো এই ঠাইতে হিন্দুস্থান-বিজয়ৰ বিপুল আয়োজন হৈছিল। ভাগ্যে জেনিবা খোদাৰ কৃপাত মই হৈ বলেঁ। বন্দী, আপোনালোকে পলায়ুৰ্দ্ধং কৰি নিজৰ দেশ ঘজনি পালেগৈ। দিল্লীৰ পৰা অলপ দূৰৈত হেন্দুহঁতৰ ত্ৰিবেণী বুলি এখন তীৰ্থ আছে। তাত সিহঁতৰ গঙ্গা, যমুনা আৰু সৰস্বতী নামে তিনিখন পবিত্ৰ নৈ গোট খাইছে। চাওক আল্লাৰ মহিমা —আমাৰো এই ত্ৰিবেণী-সঙ্গম। পুনৰ সেইবাৰৰ একে ঠাইতে জাহাপনা স্বয়ং, মই মৌলবী গিয়াছউদ্দিন আৰু কুটুব মিঞা গোট খাইছোঁহক। এইবাৰো যদি সিবাৰৰ দৰে একে ফলাফল হয় তেন্তে ইমানতে হিন্দুস্থান-বিজয়ৰ আশা পৰিত্যাগ কৰি উলটি যোৱাই ভাল। কি বোলা কুটুব মিঞা?

কুটুব। এইবাৰ আৰু সেই কথা হব নোৱাৰে এইবাৰ আমাৰ জয় নিশ্চিত। এইবাৰ সিবাৰতকৈ অশ্বাৰোহী সৈন্য অনেক বেছি।

গিয়াছ। সিবাৰোতো কৈছিলা জিকিব, জিকিম। পিছে, জিকিগাই নহয়, এইবাৰো সেই একেটাই ৰোগ। মানুহে মৰিবৰ আগ মুহূৰ্তলৈকে বাচিবৰ আশা নেৰে।

ঘোৰী। অনৰ্থক তৰ্ক নকৰিবি গিয়াছ !

গিয়াছ। মই হে অনৰ্থক তৰ্ক কৰিলোঁ ? বাৰু আৰু নেমাতোঁ।

—গীত—

"প্রভুভক্ত ভৃত্য আমি সদায় পৰাধীন—
জিভাত জৰি লগাই দিছে তাক্ ধিনা ধিন্ ধিন্।
প্রভুৰ আজ্ঞা পালন কৰো, সুখে-দুখে প্রভুক স্মৰো
লাঠী-চৰে সদায় নেৰে তাক্ ধিনা ধিন্ ধিন্।
গোলাম জাতৰ এয়েই দশা, দীঘল নাকটো গুৰিতে কটা
তেও গোলামৰ লাজ নাইকিয়া—তাক্ ধিনা ধিন্ ধিন্।"

কুটুব। সৌৱা এগৰাকি ৰাজপুত বজা আহিছে।

[ জয়চাঁদৰ প্রৱেশ। কুটুবে তৰোৱালেৰে আক্রমণ কৰে। ]

জয়। মই ইয়ালৈ যুদ্ধ কৰিব অহা নাই।

ঘোৰী। ক্ষান্ত হোৱা কুটুবুদ্দিন !

কুটুব। ৰাজপুত জাতিত একো বিশ্বাস নাই জাহাপনা !

জয়। যদি ৰাজপুত জাতিৰে বিশ্বাস নাই তেন্তে বিশ্বাস আছে কাৰ ? বৰং বিশ্বাস নাই মুচলমানত।

ঘোৰী। কুটুব ! তুমি এতিয়া ইয়াৰ পৰা যোৱা।

কুটুব। যি আদেশ জাহাপনা ! [কুটুবৰ প্রস্থান। ]

ঘোৰী। ক্রুদ্ধ নহবা ৰাজপুত বীৰ ! কোৱা, শত্রুৰ ওচৰত তুমি কি পাবলৈ আশা কৰি আহিছা ?

জয়। যদি মোৰ আশা কলৱতী হোৱাৰ আশা নাই তেন্তে মিছামিছিকৈ এসোপা বকৱকিলে কি হব? তুমি মোৰ অনুৰোধ ৰক্ষা কৰিবানে চাহাবুদ্দিন?

যোৰী। তাৰ আগেয়ে জানিব খোজো মই তোমাৰ পৰিচয়।

জয়। মোৰ পৰিচয়! মই কনৌজৰ ৰজা—জয়চাঁদ।

যোৰী। তোমাৰ পৰিচয় জানিব পাৰি মই বৰ সন্তোষ পালো। যদি অসম্ভৱ নহয় তেন্তে মই তোমাৰ অনুৰোধ ৰক্ষা কৰিম। তোমাৰ অনুৰোধ কি কোৱা মহাৰাজ?

জয়। মোৰ অনুৰোধ ৰক্ষা কৰা তোমাৰ পক্ষে একো টান নহয়। মই তোমাৰ লগত মিত্ৰতা স্থাপন কৰিব খোজো। তোমাৰ সকল উদ্দেশ্যত সহায় কৰিব খোজো। এয়ে মোৰ অনুৰোধ।

পিয়াছ। ই যে একেবাৰে অসম্ভৱ আহাপনা! সাপৰ লগত বেঙৰ মিত্ৰতা—বোন্দা মেকুৰীৰ লগত ভজা মাছৰ মিত্ৰতা,—শত্ৰুৰ লগত মিত্ৰতা—হাঃ হাঃ হাঃ।

যোৰী। চুপ কৰ পিয়াছ! মহাৰাজ জয়চাঁদ! মই যে বিশ্বাস কৰিব নোৱাৰোঁ?

জয়। মোক বিশ্বাস কৰিব নোৱাৰা? ৰাজপুতক বিশ্বাস কৰিব নোৱাৰা?

যোৰী। নোৱাৰোঁ।

জয়। তাৰ কাৰণ চাহাবুদ্দিন?

যোৰী। প্ৰমাণ লাগে।

জয়। মোৰ কথাৰ প্ৰমাণ—মুখৰ কথা। ৰাজপুতৰ মুখৰ কথাই কাৰ্য্যৰ যথেষ্ট প্ৰমাণ।

যোৰী। বাৰু, তুমি মোৰ সহায় হৈ কি কৰিবা?

জয়। কি কৰিম? বিভীষণে ৰামচন্দ্ৰৰ সহায় হৈ কনক-লঙ্কাৰ বি কৰিছিল, ময়ো তোমাৰ সহায় হৈ সোণৰ হিন্দুস্থানৰ তাকে কৰিম।

ঘোৰী! যদি মোৰ পৰাজয় হয়?

জয়। মোৰ সহায় পালে তোমাৰ কেতিয়াও পৰাজয় নহয়। কোৱা, কোৱা ঘোৰী! মোক তোমাৰ সহায়তা কৰিব দিম বুলি কোৱা। মই তোমাক জিকাই দিম। তোমাক গুপ্তপথ দেখুৱাই দিম। সোণৰ ভাৰতৰ ঐশ্বৰ্য্য-ভাণ্ডাৰ মুকলি কৰি দিম। ৰাজপুতৰ ভিতৰত গৃহ-কন্দল সৃষ্টি কৰি দিম। ভাই ভাই ঠাই ঠাই কৰিম। ইজনক সিজনৰ চকুৰ কুটা, দাঁতৰ শাল কৰিম। তেতিয়াতো তোমাৰ জয় নিশ্চিত?

ঘোৰী। মই যুদ্ধত জয়ী হলে তাৰপৰা তোমাৰ লাভ কি মহাৰাজ?

জয়। বহুত লাভ হব। আন নহলেও ৰাজপুতৰ প্ৰতিজ্ঞা পূৰণ হব। অন্তৰৰ পৰা প্ৰতিশোধৰ বহ্নি নুমাব। হৃদয়ে শান্তি পাব। দেশদ্ৰোহিতাৰ চৰম সীমাত ভৰি দি বিকট হাঁহি মাৰিব পাৰিব। যথেষ্ট, আৰু একো নেলাগে! কোৱা,—ঘোৰী! মই বৰ আশা কৰি তোমাৰ ওচৰলৈ আহিছো। তুমি মোক বিফল মনোৰথ হৈ উলটি যাবলৈ নিদিবা। হাতৰ কুঠাৰ ভৰিত নেমাৰিবা। যদি জয় বিচাৰি আহিছা তেন্তে জয়চাঁদৰ মনৰ আশা পূৰোৱা।

ঘোৰী। কোনো কথা নাই মহাৰাজ! তোমাৰ অভিলাষ পূৰ্ণ হওক।

জয়। তেন্তে মোৰ আশা পূৰ্ণ হল। ঘোৰী! তোমাৰ জয় নিশ্চিত। তোমাৰ এই যুদ্ধ আয়োজন ব্যৰ্থ নহব। হিন্দুস্থানত ইচলামৰ বিজয় পতাকা উৰিব—জগত নাটত জয়চাঁদে বিভীষণৰ ভাও দিব। সাৱধান হিন্দুস্থান!

[ বেগেৰে প্ৰস্থান। ]

ঘোৰী। এই যে হিন্দুজাতিটো কি মই এতিয়াও একো বুজা নাই।

# চতুৰ্থ দৰ্শন

### কক্ষ

[ দিনজালে বহি গীত গাই আছে। দেৱীসিংহই ওচৰ হৈ শুনিছে। ]

দিল।

—গীত—

মেলে বহাগী ৰা'
মৌ বৰষে
যৌৱন জাগি উঠে ঋতু পৰশে।
মালতী' ওৰণি তোলে
গোন্ধৰ দুৱাৰ খোলে,—
ভোমোৰা গুঞ্জন-ৰোলে
নন্দ হৰষে!
বসন্ত আহে কাম-সেন্দুৰ সানি,
—দিগন্ত জিনি উঠে মৰ্ম্মবাণী
লাহতী বসুমতী কুসুম ৰাণী,
পাৰ-ভৰা ভাৱনা
ফুল-চৰা কামনা
যৌৱন যাতনা
চিত্তে নসহে,
শূন্য জীৱনে মোৰ · শূন্য ভৱনে
উচাটন অন্তৰ দুখে বিৰহে।

দেৱী। সুন্দৰ! মই কি কৰো এতিয়া? মনক যে আৰু সংযত কৰি ৰাখিবৰ উপায় নাই? প্ৰাণত যে বৰ পিয়াহ—অন্তৰত যে দাৰুণ আশা?

দিল। মোৰ কি উপায় আছে দেৱীসিংহ? তোমাৰ যে আশা ফলৱতী হোৱাৰ অলপো সম্ভাৱনা নাই। মনত আছেনে দেৱীসিংহ! যিদিনা আমাৰ প্ৰথম দেখা-দেখি হয়, সেই দিনাৰ কথা? মই যে প্ৰশ্ন কৰিছিলোঁ—মই যদি বেশ্যা হওঁ তুমি কি কৰিবা? তুমি কৈছিলা—চকুমুদি আঁতৰি যাম। মই সুধিছিলোঁ, মই যদি তোমাৰ প্ৰণয়-প্ৰাৰ্থিনী হৈ ডিঙিত সাৱটি ধৰোঁ তেন্তে কি কৰিবা? তুমি মাটিত পদাঘাত কৰি উত্তৰ দিছিলা—তোৰ মূৰত পদাঘাত কৰি গুচি যাম। মনত আছেনে দেৱীসিংহ? তেতিয়াও তোমাৰ আশা ফলৱতী হোৱাৰ সম্ভৱ আছিল। এতিয়া যে সি একেবাৰে অসম্ভৱ। তোমাৰে মোৰে মিলনৰ পথ একেবাৰে বন্ধ। তোমাৰে মোৰে মাজত স্বৰ্গ-মৰ্ত্ত্যৰ ব্যৱধান। তুমি হিন্দু, মই মুচলমানী। তুমি দিল্লীৰ প্ৰধান সেনাপতি, মই ৰাজআলিৰ ভিখাৰিণী। আৰু এটা কথা কওঁ, শুনা—তুমি জিতেন্দ্ৰিয় মহাপুৰুষ, মই এজনী ঘৃণিতা বেশ্যা।

দেৱী। আজি সেই যুক্তি কেতিয়াও খাটিব নোৱাৰে। প্ৰেমৰ আগত ৰজা ভিখাৰী নাই। জাতি বিজাতি নাই। সকলো সমান।

দিল। তুমিয়েই দিল্লীৰ সেনাপতি দেৱীসিংহনে? নহয়, তুমি ৰিপুজয়ী জিতেন্দ্ৰিয় দেৱীসিংহ কেতিয়াও হব নোৱাৰা। নিশ্চয় দেৱীসিংহৰ মোট পিন্ধা এজন কামোন্মত্ত পিশাচ তুমি।

দেৱা। বাস্তৱতে মই দেৱীসিংহ। সেই তোমাৰ লগত হোৱা প্ৰথম দৰ্শনৰ কথাতে তুমি এতিয়াও লাগি আছা নহয়নে? সেইদিনাৰ কথা এতিয়া এৰি দিয়া দিলজান! তেতিয়া তোমাৰ আৰু মোৰ প্ৰত্যেকৰে মন বহুত আঁতৰা-আঁতৰি আছিল। এতিয়া লাহে লাহে দুয়ো ওচৰ চাপি আহিছি একে ঘাটত পানী খাবলৈ বিচাৰিছে। এক হৈ যাবলৈ বিচাৰিছে।

দিল। বাৰু, তোমাৰ কথাকে সঁচা বুলি মানি ললো। তোমাৰ কথামতে দুয়োৰো মন আৰু প্ৰাণ মিলি একে ঘাটতে পানী খালে। কিন্তু খন্তেক পিছত যেতিয়া পানীৰ পিয়াহ পলাব, তেতিয়া আৰু কোন কাৰ? তেতিয়া উভয়ৰ মন প্ৰাণে নিজ নিজ ঠাইলৈ গতি কৰিব। তুমি হবাগৈ জিতেন্দ্ৰিয় মহাপুৰুষ। দহজনে তোমাক চালাম কৰিব। কিন্তু মই হম ঘৃণিতা পৰিত্যক্তা বেশ্যা। দহজনে মোক লাঠী মাৰিব। ছি, ছি, দেৱীসিংহ! এনে ঘৃণিত প্ৰস্তাৱ লৈ তুমি মোৰ কাষলৈ অহিছা? কেৱল তোমাকে দোষ দিয়া উচিত নহয়—সমগ্ৰ পুৰুষ জাতিৰ স্বভাৱ এনেকুৱা। মই এতিয়া টেঙৰ হৈছো। পুৰুষ চৰিত্ৰ অধ্যয়ন কৰিবলৈ সমৰ্থ হৈছো। এদিন মই চাহাবুদ্দিন ঘোৰীৰ পৰাও প্ৰধান বেগমৰ সম্মান আদায় কৰিবলৈ সমৰ্থ হৈছিলো। কিন্তু কালৰ গ্ৰাসত পৰি থানেশ্বৰৰ যুদ্ধত মই বলো হিন্দুস্থানত। তেওঁ পালেগৈ ঘজনি। তেতিয়াৰে পৰা মই অনাথিনী হলো। বৰ্ত্তমানে তোমাৰ লগত। দেৱীসিংহ! এইবাৰ মই হুছিয়াৰ।

দেৱী। তুমি ভুল বুজিছা সুন্দৰী! পৃথিবীৰ বুকু সকলো ঠাইতে সমান নহয়। এঠাইত নগৰ, এঠাইত প্ৰান্তৰ, এঠাইত পৰ্ব্বত, এঠাইত সাগৰ। মানুহ জাতিও তেনেকুৱা। সকলো মানুহৰ প্ৰকৃতি সমান নহয়। মানুহ জাতিৰ ভিতৰতে পিশাচো আছে, মানুহো আছে, দেৱতাও আছে। দেৱীসিংহ পিশাচ নহয়, দেৱীসিংহ মানুহ। তোমাৰ ওচৰত দেৱীসিংহ খন্তেকীয়া প্ৰেম-ভিখাৰী নহয়—চিৰকলীয়া প্ৰেম-প্ৰাৰ্থী। দেৱীসিংহ তোমাৰ, তুমি দেৱীসিংহৰ।

দিল। তোমাৰ কথা সঁচা হলে অতি সন্তোষৰ কথা।

দেৱী। দেৱীসিংহই মিছা কথা নকয়।

দিল। তেন্তে মোক এটা কথা কোৱা। ৰাজপুতে সকলোতকৈ ভাল পায় কাক?

দেৱী। স্বদেশক আৰু এই তৰোৱালক।

দিল। তেন্তে তুমি প্ৰতিজ্ঞা কৰা যে মই তোমাৰ স্বদেশ আৰু তৰোৱালতকৈও প্ৰিয়তমা হম! কোৱা, প্ৰতিজ্ঞা কৰা।

দেৱী। নিশ্চয় সুন্দৰী! মই প্ৰতিজ্ঞা কৰিলো তোমাক মই স্বদেশ আৰু তৰোৱালতকৈও এশগুণে বেছি ভাল পাম। হবনে? তুমি মোৰ প্ৰস্তাৱত সন্মতনে?

দিল। অতি আনন্দেৰে।

দেৱী। প্ৰাণেশ্বৰী! মই আজিৰ পৰা তোমাৰ স্বকীয়া সম্পত্তি। মোক এতিয়া বুজি-বাজি লোৱা।

দিল। প্ৰাণেশ্বৰ! আজিৰ পৰা ময়ো তোমাৰ স্বকীয়া সম্পত্তি। মোকো এতিয়া বুজি-বাজি লোৱা।

দেৱী। নিশ্চয় প্ৰাণেশ্বৰী! দেৱীসিংহৰ প্ৰাণবিমোহিনী! বলা সৌ উদ্যান-সংলগ্ন অট্টালিকালৈ।

দিল। বলা, মই সম্পূৰ্ণ বাজি। [ প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

[ সিংহাসনত পৃথীৰাজ আৰু সংযুক্তা। ভীমচা, সমৰ, দেৱী, ভিলচৰ্দ্দাৰ ৰাজপুত বন্ধুসকল। ]

পৃথী। এইবাৰ মই অকলশৰীয়া। জ্ঞাতি-মিত্ৰ, ভাই-বন্ধুৰ সহায়ৰপৰা সম্পূৰ্ণ বঞ্চিত। কেৱল মাথোন এই দেৱতুল্য ৰাজৰ্ষি, প্ৰভুভক্ত ভিলচৰ্দ্দাৰ আৰু জনচেৰেক চিৰবিশ্বাসী ৰাজপুত। শত্ৰু প্ৰবল, যুদ্ধ জয়ৰ আশা সমূলি নাই।

সংযুক্তা। হতাশ হবৰ কোনো কাৰণ নাই—ভগৱান আছে।

সমৰ। সঁচা কথা মহাৰাণী! পাণ্ডৱৰ মুষ্টিমেয় সৈন্যৰ হাতত কৌৰৱৰ বিপুল বাহিনীৰ পৰাজয় ঘটিছিল।

সৰ্দ্দাৰ। তুই বই কৰিব নাই লাগে ৰাজা। তুৰ হত্ৰুকে তুই দেখাই দিবে। হামি তাৰ জান লেব। হামি তাক হেইদৰে মাৰি হেই চাপে ফেলাই দিব। হামি বলি দিছে তুই বই কৰিব নাই লাগে। হামি ভিল-ছৰ্দ্দাৰ আছে।

পৃথী। অজলা ছৰ্দ্দাৰ! তই এই কুটিল সংসাৰৰ আওভাও নেপাৱ। ৰাজৰ্ষি! সঁচাকৈ কওকচোন—আপুনি যুদ্ধ-জয়ৰ আশা দেখিছেনে নাই?

ভীম। এইবাৰ শত্ৰুপক্ষৰ বল অনেক বেছি। সৈন্য-সামন্ত, অশ্বাৰোহী, পদাতিক, খাৰ-বাৰুদো সিবাৰতকৈ অনেক গুণে বেছি।

সমৰ। আমাৰো সেই অনুপাতে বেছি হোৱা উচিত আছিল। কিন্তু বেছি হোৱা দূৰৈত থাকক, অনেক কমিছে। এইবাৰ ৰাজপুত জাতিৰ ভিতৰত

নোহোৱা হল। ৰাজপুতে একতাৰ মূল্য সুবুজাত পৰিল। মোৰ বিবেচনাই যুদ্ধ-জয়ৰ আশা অনেক কম। ভাৰতসন্তানে আজি পাহৰিছে—স্বাধীনতা পুণ্য আৰু পৰাধীনতা মহাপাপ! হায় ভাৰত!

সংযুক্তা। এয়ে নেকি ৰাজপুত বীৰৰ কৰ্ত্তব্য? ৰাজপুতে ভৱিষ্যত চিন্তা কৰি হুমুনিয়াহ পেলোৱাই নেকি কৰ্ত্তব্য? ধিক ৰজা! ধিক মন্ত্ৰী! ধিক পৰামৰ্শদাতা বীৰ ৰাজপুত !! এই ভীৰুতাই নেকি দিল্লীৰ ৰাজসভাৰ আলোচ্য বিষয়?

দেবী। কেতিয়াও নহয়। ৰাজপুতে সমাজিকতো ভীৰুতাৰ কল্পনা নকৰে।

ভিল। হামি ভিলেও নকৰে। হামি মাৰিব জানে। হামি মৰিব জানে। সেনাপতি! তুই হামাৰ ৰাজাৰ হুকুম দেকাই দিবিনা? হামি তাক মাৰি আনি এতিয়াই ইয়াতে পেলাই দিম নহয়না।

দেবী। মহাৰাজ! প্ৰস্তুত হওক। ভয় নেথাব। যদিও আমাৰ সৈন্য বিপক্ষতকৈ অনেক গুণে কম, তথাপি মোৰ তলৰ প্ৰত্যেক সেনাই সুশিক্ষিত আৰু কাৰ্য্যক্ষম—এজনেই দহজনৰ সমান।

পৃথ্বী। সেনাপতি! মই ভয় খোৱা নাই—কেৱল হতাশ হৈছিলোঁ। এতিয়া সেই হতাশৰ ভাবো আঁতৰিছে। ৰাজৰ্ষিৰ নিচিনা দেৱতা, ভিলাৰ্দ্দাৰৰ নিচিনা প্ৰভুভক্ত, দেবীসিংহৰ নিচিনা সুনিপুণ সেনাপতি আৰু সংযুক্তাৰ নিচিনা তেজস্বিনী সহধৰ্ম্মিণী থাকোতে পৃথ্বীৰাজৰ পৰাজয় নাই।

ভীম। আজি গুপ্তচৰৰ মুখৰপৰা জানিব পাৰিলোঁ। মহাৰাজ! কনৌজৰ মহাৰাজ জয়চাঁদে চাহাবুদ্দিনৰ পক্ষ অবলম্বন কৰিছে। প্ৰত্যেক ৰাজপুত ৰজাকে দিল্লীৰ শত্ৰু কৰি তুলিছে। প্ৰত্যেক ৰাজপুতৰ মনতে দিল্লীৰ প্ৰতি ঘৃণাৰ ভাব জন্মাই দিছে।

দেৱী। বিশ্বাস নহয়।

সমৰ। মই সত্য বুলিয়েই ভাবোঁ। মই আগেয়েই তেওঁৰ গতিপতি চাই তেনে অনুমান কৰিছিলোঁ।

সংযুক্তা। এই ঘৃণিত বাতৰি মোৰ কাণত শক্তিশেলৰ নিচিনাকৈ প্ৰৱেশ কৰাৰ আগেয়ে মই মৰি নগলো কিয়? দেউতাৰ অন্তৰ কি ইমান নীচ হল? কনৌজৰ অধীশ্বৰ কি ইমানেই তললৈ নামিল? ৰাজপুতৰ ইমান অধঃপতন !!

পৃথ্বী। সংযুক্তা! মই পিশাচ নহওঁ। তোমাৰ দেউতাৰাৰ বিৰুদ্ধে মই অস্ত্ৰ ধৰিবলৈ নোৱাৰিম। মই যুদ্ধ নকৰোঁ।

সংযুক্তা। আপুনিও সিমান তললৈ নামিবলৈ ইচ্ছা কৰে নেকি মহাৰাজ? আপোনাৰ অন্তৰ কেতিয়াৰ পৰা ইমান নীচ হল? মোৰ দেউতা নহয়, যদি স্বয়ং বিধাতায়ো স্বৰ্গৰ পৰা নামি আহি ঘোৰীৰ হকে অস্ত্ৰ ধৰে তথাপি আপুনি ক্ষান্ত হব নোৱাৰে। আপুনি যে ৰাজপুত! আপোনাৰ যদি সিমান-খিনি বল নাই, অন্ততঃ যদি সিমানখিনি সাহ নাই তেন্তে মোক কওক। কি! এতিয়াও নিমাত? মই আপোনাৰ সলনি অস্ত্ৰ ধৰিম। যুদ্ধ পৰিচালনা কৰিম। আই সৰ্ব্বমঙ্গলাৰপৰা পৰা শক্তি লাভ কৰি ৰণভূমি কঁপাই তুলিম। বলা দেৱীসিংহ! বলক ৰাজৰ্ষি! বলা ভিলছৰ্দ্দাৰ আৰু বীৰ ৰাজপুতসকল! ৰাজপুত পুৰুষৰ গাত তোমালোকক পৰিচালনা কৰিবৰ শক্তি নাই! ৰাজপুত নাৰীয়ে সেই কাম কৰিব। জয় হিন্দুস্থানৰ জয়।

পৃথ্বী। সংযুক্তা! তুমি নিজৰূপ ধৰা। মই আৰু তোমাৰ আদেশ তিষ্ঠিব নোৱাৰোঁ। ভৈৰবী মূৰ্ত্তি সম্বৰণ কৰা। আজি তুমি মোক বেছ শিকনি দিলা। বলা, সকলোৱে বলা। সকলোৱে যুদ্ধৰ কাৰ্য্যত প্ৰবৃত্ত হওঁগৈ।

সংযুক্তা। এয়েতো দিল্লীশ্বৰ পৃথ্বীৰাজৰ মুখৰ উপযুক্ত কথা।

[ চাৰণ সকলৰ প্ৰবেশ। ]

চাৰণসকল— —গীত—

ধৰ্ম্মক্ষেত্ৰ কৰ্ম্মক্ষেত্ৰ গৌৰৱক্ষেত্ৰ হিন্দুস্থান—
যুগৰ বিপ্লৱ লঙ্ঘি ভাৰতে ৰাখিলি আত্মমান।
আজি, কিনো বিৰাগত পৰিলি ভাগৰি ?
বিপদ-ডাৱৰে ধৰিছে আৱৰি,
চৌদিশে জ্বলি উঠিছে অগনি জাতীয়-জীৱন কৰিব গ্ৰাস।
কিৰূপে গৰবীৰ গঞ্জনা সহি নীৰৱে পেলাবি দীৰ্ঘশ্বাস
কোনটো সভেৰে কলঙ্কিত কৰি প্ৰাচীন প্ৰাচ্য-ইতিহাস ?
কিৰূপে নিজৰ আদৰ্শ পাহৰি
লভি অপমান শিৰত আদৰি
নোশোভে তোৰ ই ঔদাসীন্য, হোৱা নাই তোৰ শক্তি হ্ৰাস
ধৰ্ম্ম-সুমৰি উঠচোঁ গুমৰি দানৱ-দৰ্প কৰি বিনাশ
যুগ-যুগান্ত জিলিকি থাক মহিমান্বিত ইতিহাস।

---

ঐক্যতান

# পঞ্চম অঙ্ক

## প্ৰথম দৰ্শন

[ ঘোৰী, গিয়াছ আৰু কুটুবৰ প্ৰৱেশ । ]

ঘোৰী । মই কোৱামতে ঠিক হৈছেনে ?

কুটুব । হৈছে জাহাপনা ! ঠিক সেইদৰেই হৈছে । দক্ষিণত বক্তিয়াৰ, পূবত মীৰখা—সহকাৰী কনৌজৰাজ জয়চাঁদ, উত্তৰত মই আৰু পশ্চিমত জাহাপনা স্বয়ং—সহকাৰী গিয়াছুদ্দিন । এই বন্দৱস্ত । শত্ৰুপক্ষ চাৰিওফালৰ পৰা আগচি ধৰা হব । বাহিৰৰ পৰা আহি কোনেও সহায় কৰিব নোৱাৰিব । চাওক—এইখন মানচিত্ৰ ।

ঘোৰী । ( মানচিত্ৰ চাই ) ঠিক হৈছে ।

কুটুব । আজিৰ দিনটো কোনো ৰকমে কটাই ৰাতিৰ ভিতৰতে প্ৰত্যেকে নিজ নিজ ঠাই অধিকাৰ কৰি লব লাগিব । তেতিয়া আমাৰ জয় নিশ্চিত ।

ঘোৰী । চমৎকাৰ বুদ্ধি তোমাৰ !

কুটুব । এই উপায়েৰে নহলে সমুখাসমুখি যুদ্ধ কৰি ৰাজপুতক পৰাস্ত কৰা যেমানিৰ কথা নহয় । সেইকাৰণে মই বলেৰে নকৰি কৌশলেৰে যুদ্ধ জিকিবলৈ চেষ্টা কৰিছোঁ ।

ঘোৰী । কেৱল চেষ্টা কৰিলেই নহয় কুটুব ! জিকিবই লাগিব—আমি যুদ্ধ জিকিবই লাগিব ।

কুটুব। নিশ্চয় জিকিব লাগিব জাহাপনা!—লাগে খাথোন খোদাৰ অনুগ্ৰহ।

ঘোৰী। যোৱা কুটুব! ইয়াত কথা পাতি সময় কটাব নেলাগে। সৈন্য পৰিচালনা কৰাগৈ!

[ কুটুবৰ প্ৰস্থান। জয়চাঁদৰ প্ৰৱেশ। ]

জয়। জাহাপনা! মোৰ বুদ্ধিৰ ফল ধৰিছে। এইবাৰ পৃথ্বীৰাজে কাৰো পৰা সহায় নেপালে। কবদ-ৰাজ্যবোৰ বিদ্ৰোহী হৈ উঠিছে। মিত্ৰ-ৰাজ্যবোৰে সহায় নকৰোঁ বুলি স্পষ্ট সম্বিধান দিছে। কেৱল একমাত্ৰ চিতোৰৰ বৃদ্ধ ৰাণা পৃথ্বীৰাজৰ সহায়। জয়চাঁদ তোমাৰ সহায় যেতিয়া, জয়লক্ষ্মীও তোমাৰ কৰতলগত।

ঘোৰী। মহাৰাজ বৰ বুধিয়ক।

জয়। ই একো বুধিৰ কাম নহয় চাহাবুদ্দিন! আমাৰ থকৰা কথাত ইয়াকে নিজৰ নাক কাটি সতিনীৰ যাত্ৰা-ভঙ্গ কৰা বোলে। তুমি এবাৰ ভাবি চোৱা দিগ্বীজয়ী বীৰ! মই নিজৰে কি সৰ্ব্বনাশ কৰিছোঁ। স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমিৰ বিৰুদ্ধে মই বিদ্ৰোহী হৈ উঠিছোঁ। মাতৃমন্দিৰত নিজ হাতে জুই লগাই দি আনন্দ লভিছোঁ। কাল কেটিসাপক মুৰৰ ওপৰত নচুৱাইছোঁ। চাহাবুদ্দিন! প্ৰতিশোধ—প্ৰতিহিংসা। জানি লোৱা আজি কেনে ভীষণ তাৰ পৰিণাম!

ঘোৰী। উতলা নহবা মহাৰাজ!

জয়। স্বাধীন তুমি চাহাবুদ্দিন! পৰাধীনতাৰ মৰ্ম্মবেদনা কি বুজিবা? দেশদ্ৰোহী জয়চাঁদে আজি নিজ জননীৰ ডিঙিত পৰাধীনতাৰ জিঞ্জিৰী আঁৰি দি আনন্দ লভিছে—পৈশাচিক প্ৰতিহিংসা পূৰ্ণ কৰিবলৈ তোমাৰ সহায়তা কৰিছে। পিশাচ জয়চাঁদ! আজি তোৰ বৰ আনন্দৰ দিন। হাঃ হাঃ হঃ।

[ বেগেৰে প্ৰস্থান। ]

গিয়াছ। ইয়াৰ পৰিণাম হয় আস্মান্ নহয় জাহান্নাম্।

ঘোৰী। গিয়াছ!

গিয়াছ। জাহাপনা! এই যে হেন্দু জাতিটো দেখিছে তাক কিহৰ লগত তুলনা কৰিব পাৰি জানেনে? সেই বৃহৎকায় হাতীৰ লগত। হাতীৰ শৰীৰটো যিমান ডাঙৰ, হেন্দু জাতিটোও সিমান ডাঙৰ আৰু প্ৰকাণ্ড। হাতী যেনেকুৱা নির্ব্বোধ আৰু ভোদা—সহজে মাউত পিঠিত উঠি, 'বইথ্' 'বইথ্' কৰিলেই শুই পৰে, এই হেন্দু জাতিটোও ঠিক তেনেকুৱা ভোদা আৰু নির্ব্বোধ। এই জয়চাঁদকেই চাওক, নিজ মুখেৰেই কৈ গল—নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা বুলি। গৰালত যেনেকৈ হাতীৰ দ্বাৰাই হাতী ধৰা যায় সেইদৰে আমিও ৰাজপুতৰ দ্বাৰা ৰাজপুত—হেন্দুৰ দ্বাৰা হেন্দু ধৰিব পাৰিম। মোৰ বিবেচনাই হেন্দুৰ শত্ৰু আমি মুচলমান নহওঁ—হেন্দুৰ প্ৰধান শত্ৰু হেন্দুৱেইহে। নহয় জানো জাহাপনা?

ঘোৰী। সেইবাবে আল্লাক ধন্যবাদ। এই গৃহ-কন্দলৰ ফল উপভোগ কৰিম আমি। বল গিয়াছ! সৌৱা ডাঙৰ যুদ্ধ হৈছে। আমিও তাত ভাগ লওঁগৈ।

গিয়াছ। বলক খোদাবন্দ! [ দুয়োৰো প্ৰস্থান ]

---

# দ্বিতীয় দৰ্শন

## শিবিৰ

[ পৃথ্বীৰাজ আৰু ছিল চৰ্দ্দাৰ। ]

পৃথ্বী। আজি যুদ্ধৰ জয়-পৰাজয় একো মীমাংসা নহ'ল! ৰাজপুত সৈন্যবোৰে যুদ্ধ কৰি ভাগৰি পৰিছে। কি ভয়ানক যুদ্ধ! ৰাজপুতৰ প্ৰতি আক্ৰমনেই ব্যৰ্থ হৈছে। আমাৰেই পৰাজয় হব নেকি? সিও যে অসম্ভৱ নহয়!

চৰ্দ্দাৰ। হামি নাই হাৰিবে ৰাজা। তুই এনে কথা কব নাই লাগে। হামি জিকিবে। হামি জিকিবে।

পৃথ্বী। তুমি বুজা নাই চৰ্দ্দাৰ! যুদ্ধৰ গতি-গতি চায়েই তাৰ ফলাফল নিৰ্ণয় কৰা একো টান কথা নহয়। দেখা নাইনে এই বাৰৰ মুচলমান সৈন্যবোৰ কেনে শকত-আৱত-আৰু বলিষ্ঠ?

চৰ্দ্দাৰ। হামিতো দেকিছে ৰাজা। হেই বুলি বয় নাই কৰিছে।

[ যুদ্ধৰ সাজপাৰ কৰি অস্ত্ৰে-শস্ত্ৰে সুসজ্জিতা হৈ সংযুক্তা আৰু সখীসকলৰ প্ৰৱেশ। ]

সংযুক্তা। মহাৰাজ! কৰিছে কি? কাণ্ড কি? মই একো বুজিব পৰা নাই। ৰাজপুতৰ ঘৰৰ কাষত শত্ৰুৱে উল্লাসত তাণ্ডৱ নৃত্য কৰিব লাগিছে, কিন্তু ৰাজপুতে কৰিছে কি? নিশ্চিন্ত মনে টোপনিত লালকাল হৈ পৰি আছে! ইয়াৰ অৰ্থ কি মহাৰাজ?

পৃথ্বী। সংযুক্তা! এই ভয়ানক মাজ-নিশা শত্ৰুৰ বিশাল জনতা অতিক্ৰম কৰি তোমালোকে এইখিনি ওলালাহি কেনেকৈ?

সংযুক্তা। ৰাজপুত ৰমণীৰ অসাধ্য কি ? এই তৰোৱালেৰে বাট মুকলি কৰি শত্ৰু-শোণিতেৰে প্লাবিত ৰণভূমিৰ ওপৰেদি যুদ্ধৰ গতি-গতি নিৰীক্ষণ কৰিবলৈ, পাৰিলে তাত ভাগ লবলৈ উদ্দেশ্য বুকুত বান্ধি, এই শিবিৰ পাইছোঁহি। অপৰাধ মাৰ্জ্জনা কৰিব মহাৰাজ ! চাওক, তৰোৱালত এতিয়াও তেজৰ দাগ লাগি আছে।

ছৰ্দাৰ। তোৰ হাহস দেকি ৰাণী ! হামি এটা চালাম কৰিছে।

সংযুক্তা। মহাৰাজ ! আমি যে একেবাৰে হতাশ হৈছোঁ।

পৃথ্বী। কিয় ৰাণী ?

সংযুক্তা। শত্ৰুৱে দিল্লী আৰু ৰণ-পথাৰৰ মাজৰ পথ একেবাৰে বন্ধ কৰি পেলালে। তাৰতো প্ৰতিবন্ধক জন্মাবলৈ একো চেষ্টা হোৱা নাই। যদি ৰাজধানীৰ পৰা নতুন নতুন ফৌজ আহি থাকিব নোৱাৰে তেন্তে যে আপোনা-লোক তেনেই দল-ঠেকত পৰিব—এই কথা ভাবি চাইছেনে নাই ?

পৃথ্বী। দিনততো শত্ৰু-সৈন্ত সেইফালে যোৱা নাছিল। মাজতে আমি আছোঁ। কোন পথেৰে গৈ শত্ৰুসৈন্য সেইখিনি পালে ?

সংযুক্তা। মই সেই কথা কব নোৱাৰোঁ। যি নিজ চকুৰে দেখি আহিছোঁ, সেই কথাকে আপোনাৰ চৰণত নিবেদন কৰিছোঁ।

পৃথ্বী। অৱশ্যে এটা গুপ্ত পথ আছে। কিন্তু মুচলমানে সেই কথা জানিলে কেনেকৈ ? নিশ্চয় কোনোবা দেশদ্ৰোহীয়ে সিহঁতক পৰিচালনা কৰিছে।

সংযুক্তা। এতিয়াও তাৰ উপায় আছে। যদি এই নিশাই অতৰ্কিত অৱস্থাত আক্ৰমণ কৰা যায়, তেন্তে যুদ্ধ জিকা একো টান নহব।

পৃথ্বী। ঠিক কথা কৈছা সংযুক্তা ! তুমি মোৰ উপযুক্ত সহধৰ্ম্মিণী। তোমাৰ বন্ধিতহে মই বাট বুলিব পাৰোঁ। দেৱীসিংহৰ গাত এই আক্ৰমণৰ ভাৰ দিয়া যাওক। ছৰ্দাৰ ! তুমি দেৱীসিংহৰ শিবিৰ চিনি পোৱানে ?

দুৰ্দ্দাৰ। খুব পায় ৰাজা।

পৃথ্বী। [ পত্ৰ লেখি দিয়ে ] তেন্তে এই পত্ৰখন লৈ যোৱা। তুমি নিজে তেওঁৰ হাতত দি কবা যে ইয়াত যি আদেশ লিখা আছে! সি অতি জৰুৰী। যোৱা দুৰ্দ্দাৰ!

দুৰ্দ্দাৰ। হামি আহিলোঁ। দে ৰাজা ৰাণী! [ প্ৰস্থান। ]

পৃথ্বী। মযো যাওঁ। সকলোকে টোপনিৰ পৰা জগাই দিওঁগে। বাস্তৱিকতে ই শুবৰ সময় নহয়।

[ ৰণৰঙ্গিনী ৰাজপুত ৰমণীসকলৰ প্ৰৱেশ। সংযুক্তা আৰু নাৰী-সেনাসকলে হাতত মুকলি তৰোৱাল লৈ পৃথ্বীৰাজক অভিবাদন জনাই গায়। ]

—গীত—

"যিম্ৰি আমাৰ খোজে খোজে, সঙ্গী মাথো ধনু-কাড়—
মৰণ ফুৰে পাছে পাছে, কান্ধত দেশৰ গুৰুভাৰ,
সঙ্গী মাথো ধনু-কাড়।

বুকুত আছে অসীম সাহস, শিৰত ভগৱান,—
বাহুত আছে বিপুল শক্তি, মুঠিত ধনু-বাণ।
—কৰিম তাবেই যুদ্ধ-জয়, অকণো নাই শঙ্কা ভয়
ৰক্ষা কৰোঁ সোণৰ ভাৰত, ৰক্ষা কৰোঁ জাতিৰ মান।"

[ সকলোৰে প্ৰস্থান। ]

---

# তৃতীয় দৰ্শন

## দুৰ্গ

[ দেৱীসিংহই দিলজানৰ কোলাত মূৰ থৈ শুই ভাবিছে। ]

দিল। কেৱল যুদ্ধ! কেৱল যুদ্ধ! যুদ্ধৰ কথা শুনি শুনি মৰ আমনি লাগিছে।

দেৱী। এতিয়া আৰু যুদ্ধ নাই। দিনৰ দিনটোৰ ভাগৰ পলুৱাবলৈ বিশ্ৰামৰ বাবে এই আহৰি। নিদ্ৰাৰ কোলাত উঠি বিশ্ৰাম লভিবৰ এয়েই উপযুক্ত সময়।

দিল। তেন্তে কতা? এতিয়াও তুমি জাগ্ৰত। কেতিয়া নিদ্ৰাৰ কোলাত উঠি বিশ্ৰাম লভিবা?

দেৱী। নাই—আজি মোৰ নিদ্ৰাৰ প্ৰয়োজন নাই! জীৱন-মৰণৰ খেল খেলিছোঁ যেতিয়া—মৃত্যুৰ বিকট-আলিঙ্গনত আবদ্ধ হব লাগিব কেতিয়া তাৰ একো নিশ্চয়তা নাই যেতিয়া—ক্ষন্তেক শুবৰ সকাম কি? জীৱন-মৰণ আজিৰ কঠোৰ সমস্যা মোৰ সন্মুখত সমাগত। এই যে সোণৰ সংসাৰ,—এই যে সোণৰ প্ৰতিমা তুমি দিলজান—যাৰ লগত এক মুহূৰ্ত্ত এৰা-এৰি হলেই এক যুগ যেন ভাবি অস্থিৰ হওঁ—এইবোৰৰ কি যে মায়া!

দিল। ইমানকৈ ভাবিবৰেই বা প্ৰয়োজন কি? নেভাবিলে জানো নহয়?

দেৱী। নেভাবোঁ বুলি দৃঢ়-সংকল্প কৰিলেও ভাবনা আহি নিজে উপস্থিত হয়—এই কৰিম কি?

দিল। তেন্তে ৰোগ শক্তভেই ?

দেৱী। এৰা, বৰ শক্ত।

দিল। মই তাৰ চিকিৎসাৰ ভাৰ লব পাৰোঁ।

দেৱী। তেন্তে ইমান পৰেও লোৱা নাই কিয় ?

দিল। ইমান পৰে যে ৰোগ নিৰ্ণয় কৰিব পৰা নাছিলোঁ। তেন্তে মই এতিয়া চিকিৎসা আৰম্ভ কৰোঁ। তুমি অলপ ৰবা। [ প্ৰস্থান। ]

দেৱী। এই যে দিলজান !—তাইক জীৱন-সঙ্গিনী কৰি লোৱাৰ পৰা মোৰ কিমান সুখ হৈছে তাক ভাবি অন্ত নেপাওঁ। স্বৰ্গৰ নন্দন-বনত ইন্দ্ৰ আৰু শচী,—মৰতৰ বিলাস-ভৱনত মই দেৱীসিংহ আৰু প্ৰেমময়ী দিলজান। আমাৰ এই গুপ্ত-পৰিণয়ৰ কথা জগতৰ কোনে গম নেপায়। তাই সে মুচলমানী ! মোৰ এই সুখ যে জগতৰ সহ্য নহব। হিন্দুৱে মোৰ নামত কুৎসা ৰটিব। সমাজে গ্লানি কৰিব। চাৰ গলে মোৰ জাতিটো কেতিয়াবাই গল। মই যে সমাজৰ নিন্দনীয় কাম কৰিছোঁ। এজনী মুচলমানী ৰাখিছোঁ। হওক, সেইবাবে মই ভয় নকৰোঁ। মই নিজে জানো—মই একো বেয়া কাম কৰা নাই। দিলজান মুচলমানী হলেও, তাই প্ৰেমৰ এখনি জলন্ত-প্ৰতিমা। প্ৰেমে জাতি-ধৰ্ম্ম, হিন্দু-মুচলমান একো নেমানে। তেন্তে, মইতো একো গৰ্হিত কাম কৰা নাই। লোৱা, দিলজান আহিছেই।

[ বটল আৰু গিলাচ লৈ দিলজানৰ প্ৰৱেশ। ]

দিল। বাস্তৱিকে তুমি বলিয়া হলা। অকলে কি ভাবিছিলা ? ৰাৰু, কোনো চিন্তা নাই। নিয়া এয়া। ( বটল আৰু গিলাচ দিয়ে। )

দেৱী। এয়া আকৌ কি ?

দিল। ৰোগৰ ঔষধ।

দেৱী। খোৱাৰ ব্যৱস্থা ?

দিল। মাজে মাজে পিলাচন্ত বাকি মুখ মেলি তাব ভিতৰত ঢালি দিব লাগিব আৰু মই এটি গীত গাম, তাক মনোযোগেৰে শুনিব লাগিব। কোনো ভয় নাই। এই ব্যৱস্থামতে মোণকালে ৰোগ আৰোগ্য হোৱাৰ সম্ভৱ।

দেৱী। চাও বাৰু এধোকা খাই। ( খায় ) এ, এয়া যে কটিকা !! ক'ত পাইছিলা দিলজান? মোৰ বুকুখন চম্‌চমাই উঠিছে। কত পাইছিলা মইনা? ( আকৌ খায় )

দিল। তোমাৰ নিমিত্তে মই বহু যতনেৰে আনি লুকাই ৰাখিছিলো।

দেৱী। তুমি বৰ ভাল দিলজান! তুমি বৰ দয়াৱতী। তোমাৰ এই কাৰ্য্যত মই ইমান সন্তোষ পাইছোঁ। যে তাক প্ৰকাশ কৰিবলৈ ভাষা নাই। অহ! কি সুন্দৰ! অতি সুন্দৰ! দিলজান! তুমিও এধোকা খাবানে?

দিল। নেখাওঁ।

দেৱী। কিয় নেখোৱা? এধোকা খাই চোৱাচোন। গোটেই গাটো শীতল পৰি যাব নহয়। খাই চোৱাচোন বাৰু কেনে লাগে।

দিল। তুমি খালেই মই খোৱাৰ সমান। তোমাৰ তৃপ্তিতেই মোৰ তৃপ্তি।

দেৱী। এতিয়া মোৰ প্ৰাপ্যখিনি আদায় কৰি দিয়া। তুমি গান গাবলৈ বাকী আছে নহয়?

দিল। গাওঁ। এতিয়া শুনা।

দেৱী। মই আকৌ চেৰে চেৰে নাচিম?

দিল। নাচিবাতো। নাচিলে বৰ সুন্দৰ হব।

দেৱী। দিয়া, তেন্তে আৰম্ভ কৰা।

[ দিলজানে গান গায় আৰু দেৱীসিংহই কটিকা খাই খাই নাচে।']

দিল। গীত

বিৰহ-যাতনে ঘনে কোমল প্ৰাণে,
হানে কেৱল প্ৰেমবাণ, পৰাণ তোৰা মিলন দানে।
যদি হোৱা হেৰা হৃদয়-ৰতন পূৰোৱা আশা কৰা যতন
প্ৰেম সাগৰত দিয়া বুৰাই অখিৰ মন।
ৰুমু ঝুমু নেপুৰ বাজে প্ৰেমৰ গানে, মোল তাৰ প্ৰেমিকেহে জানে
হানে মোক মদন-বাণে—প্ৰেম-যত লাগে নিয়া আগে।

[ তিন চুৰ্দ্দাৰৰ প্ৰবেশ। ]

চুৰ্দ্দাৰ। হেৰে হেনাপতি অ!' তই মাসুহজনীহেঁতে হেইদৰে নাচিছে কিয়? হামি ভূক হেইদৰে নাচা দেকি বাল নাই বুলিছে? তুৰ আনো লাজ নাই লাগে? তাই ডেকা মাসুহ আছে। তই বুৰা হৈছে। তাইহঁতে ডেকালি কৰিলে মান্‌হুৰে বাল নাই বুলিবে। অ' তই লাওপানীও কাইছে হ'বলা? থুই থুই! হামি তেনে কাম নাই কৰে।

দিল। চোৱা, সেইটো কৰ অসভ্য মাসুহ ওলালহি। সি আমাক ঠাট্টা বিদ্ৰূপ কৰিছে।

দেৱী। ক'ৰ মাসুহ? তই কেলেই আহিছ? ইয়াত তোৰ কি প্ৰয়োজন?

চুৰ্দ্দাৰ। হেনাপতি! হামাকে চিনি নাই কাইছে? হাত্তি তুৰ তিন-চুৰ্দ্দাৰ আছে—পাহাড়ী-ৰাজা আছে।

দেৱী। চুৰ্দ্দাৰ! তোক ইয়াত কি লাগে?

চুৰ্দ্দাৰ। হামাকে কুচ নাই লাগে। হামাৰ ৰাজা তুক এইকান কি দিছে চাই দেকিবিনা?

দেৱী। মোৰ এতিয়া চিঠি চাবৰ সময় নাই বুলি কবি।

ছৰ্দাৰ। তোৰ আৰু হময় নাই আছে কিয়? হামি জানিছে তুম বহুত হময় আছে। এই যে বাইকীজনী ভাই হৈছে নাচ-গান কৰিছে—পাওপানী কাইছে। আৰু হামাকে বলিছে—হময় নাই আছে—আমি দেকা পাইছেনা?

দেৱী। তই দেখিলে মোৰ কি হল? যা বুলিছো শুচি যা। মোৰ কথা শুন।

দিল। যা ইয়াৰপৰা। ভেঙৰ খং উঠিলে কথা বেয়া হব।

ছৰ্দাৰ। হেই মাহুহজনী! হামি যে বাটত দেকা পাইছিলে, মই চিনি কাইছে। তই হেনাপতি লগত আহি ইয়াকে কৰিছে। মই বুজিলু দে। তহত খপ কৰে লগ খাই গলিনা?

দেৱী। ছৰ্দাৰ! আঁতৰ হৈ যা।

ছৰ্দাৰ। মই যাম দে। তই চিঠিকান পৰি চা।

দেৱী। মোৰ যি ইচ্ছা তাকে কৰিম। তই ভালে ভালে আঁতৰ হ।

ছৰ্দাৰ। হামাৰ ৰাজাই কৈছে—হত্ৰুৰে দেহ আক্ৰমণ কৰি দিছে। তই গৈ তাহাতক কেদি দিব লাগে নহয়। হেনাপতি! তুই আৰু এইখন কি কৰিছে? মই এতিয়াই যাব লাগে নহয়। হামাৰ ৰাজাই বৰ জৰুৰী বলি দিছে।

দেৱী। (চিঠি পঢ়ি) মই তোৰ ৰজাৰ আজ্ঞাবহ ভৃত্য নহও। এই মাজ-নিশা মই যুদ্ধ কৰিব নোৱাৰোঁ। শুব খাবৰো সময় নাই। যা, কৈ দিবি মই এই আজ্ঞা পালন কৰিব নোৱাৰিম।

ছৰ্দাৰ। হেইটো যে বাল কথা নাই হবে হেনাপতি। তোৰ যে দেহ হত্ৰুৰ হৈ যাব।

দেৱী। তই ইয়াৰ পৰা শুচি যা কুকুৰ! মই তোৰ উপদেশ শুনোঁ।

ছৰ্দ্দাৰ। হামাক কুকুৰ বুলিছে? তুই যে কুকুৰ আছে। তুই নিজৰ ৰাজাৰ কথা নাই শুনিছে। হুকুক বাধা নাই দিছে। লাওপানী কাই নাচিছে। তুক হামি কুকুৰ বুলিছে। হামি যায়। তুৰ পাপ কাম কৰিবৰ সুবিধা হুন দে। [ প্ৰস্থান। ]

দেৱী। এই মাজ-নিশা যুদ্ধৰ বাতৰি! সময় অসময় নাই মই কি যেতিয়াই তেতিয়াই কুকুৰৰ নিচিনাকৈ আজ্ঞা পালন কৰিম? নাই—আৰু নোৱাৰো।

দিল। এইবোৰকেইতো আনন্দত বিঘিনি বোলে!

দেৱী। একো বিঘিনি হোৱা নাই দিলজান! দিয়া ফটিকা দিয়া। ( ফটিকা পান। ) অহ্! কি সুন্দৰ! কি ফুৰ্ত্তি!!

দিল। খুব আনন্দ কৰিব লাগে।

দেৱী। আহা, দুয়ো হাতত ধৰাধৰি কৰি নাচোঁ।

( দুয়োৰো নৃত্য। * সংযুক্তাৰ প্ৰৱেশ। )

সংযুক্তা। দেৱীসিংহ!

দেৱী। কোন?

সংযুক্তা। মই সংযুক্তা—দিল্লীৰ মহাৰাণী।

দেৱী! মহাৰাণী! আপোনাক ইয়াত কি লাগে?

সংযুক্তা। তুমি ৰাজ-আজ্ঞা পালন কৰিবা নে নকৰা, তাৰ উত্তৰ লাগে।

দেৱী। কেলেই নকৰিম? মই যে ৰজাৰ ভৃত্য। অহ্! কি সোৱাদ কি স্ফূৰ্ত্তি! কি মৌজ! ৰাণী, এধোকা খাবনে?

সংযুক্তা। দেৱীসিংহ! তুমি ফটিকা খাই একেবাৰে মতলীয়া হৈছা। সিফালে শত্ৰুৱে সুবিধাৰ ঠাই অধিকাৰ কৰি ললে।

দেৱী। ললে মই কি কৰিম ৰাণী?

সংযুক্তা। তুমি কি কৰিব নোৱাৰা সেনাপতি ? যুদ্ধ কৰি সিহঁতকতো খেদি দিব পাৰা।

দেৱী। অসম্ভৱ ! মোৰ গাত সিমানখিনি শক্তি নাই। মই যুদ্ধ কৰিম কেনেকৈ ? চাওক, এই ফটিকাৰ বটলটোকে দাঙিবলৈ মোৰ গাত শক্তি নাই। আৰু থাকিলেও মই যাব নোৱাৰিম।

সংযুক্তা। কিয় সেনাপতি ?

দেৱী। মই স্বৰ্গৰ পৰা অমৃতৰ ভাণ্ড এটা পাইছোঁ। তাক যে খাই শেষ কৰিব পৰা নাই। এৰি থৈয়ো যাব নোৱাৰোঁ। চাওক ৰাণী ! এই দিলজান—ফটিকা ! ইহঁতক এৰি যাব নোৱাৰোঁ।

সংযুক্তা। কি সেনাপতি ! তোমাৰ মুখত এনে কথা ? তোমাৰ বিবেক আজি কলৈ পলাইছে ? তুমিয়েই দিল্লীৰ সেনাপতি দেৱীসিংহ নোহোৱানে ? তুমিয়েই দিল্লীশ্বৰৰ আগহাত নোহোৱানে ? ছি, ছি ! কামিনীৰ প্ৰেমত—ফটিকাৰ ৰাগীত একেবাৰে মত্ত হৈছা ! নিজৰ কৰ্ত্তব্য আওহেলা কৰিছা ! উঠা, উঠা সেনাপতি ! মানুহৰ দৰে উঠা। পুনৰ সেই কৰ্ত্তব্যপৰায়ণ দেৱীসিংহৰ নিচিনাকৈ উঠা। মোহজাল পৰিত্যাগ কৰা। জননীৰ আদেশ—স্বদেশৰ আদেশ, নতশিৰে মূৰ পাতি লোৱা। এনেকুৱা ফুৰ্ত্তি কৰিবৰ সময় জীৱনত বহুবাৰ পাবা—কিন্তু, স্বদেশক ৰক্ষা কৰিবৰ, স্বদেশ-যজ্ঞত আত্মবলি দিবৰ এনে সুবৰ্ণ সুযোগ, এবাৰ সেনাপতি !—কেৱল এবাৰ। মই তোমাৰ ৰাণী। মই তোমাৰ ভৰিত ধৰি মাগিছোঁ, ব'লা সেনাপতি ! (ভৰিত ধৰে।)

দেৱী। যাম, মই যুদ্ধলৈ যাম। আপুনি ভৰিৰ পৰা এৰি দিয়ক। হতভাগ নহব ৰাণী ! মই চেতন পাইছো। দিলজান ! মোৰ অস্ত্ৰ-শস্ত্ৰ, সাজপাৰ ক'ত ?

দিল। মই আনি দিওঁ। তুমি ফটিকা খোৱা। [প্ৰস্থান।]

দেৱী। [ ফটিকা খাই ] অহ, কি বঢ়িয়া ! কি চমৎকাৰ ফটিকা !

[ দিলজানে এখন চুৰি আনি দেৱীসিংহৰ বুকুত সুমুৱাই দিয়ে। ] কি কৰিলি দিলজান? মোক হত্যা কৰিলি কিয়? মোৰ অপৰাধ—?

দিল। তোৰ অপৰাধ—তই প্ৰতিজ্ঞা-ভঙ্গ কৰিছ। যি দিলজানক স্বদেশতকৈ এশগুণে ভাল পাওঁ বুলি শপত খাইছিলি, সেই দিলজানতকৈ দেশৰ আহ্বান বেছি শ্ৰেষ্ঠ বুলি ভাবিছ—এই অপৰাধ তোৰ।

সংযুক্তা। পাপিয়সী! স্বদেশৰ এই সঙ্কটাপন্ন অৱস্থাত কেলেই এই বীৰ-পুৰুষক হত্যা কৰিলি? ইয়াৰ পৰা তোৰ কি অভিষ্ট পূৰণ হল?

দিল। প্ৰতিশোধ! হিন্দুৰ ওপৰত মুচলমানৰ প্ৰতিশোধ। ভুজঙ্গিনীৰ লগত গৃহবাদ কৰাৰ প্ৰতিশোধ!

সংযুক্তা। দে তেন্তে, ধৰ তৰোৱাল ধৰ! মই প্ৰতিশোধৰ প্ৰতিশোধ লওঁ।

দিল। এতিয়া নহয় ৰাণী! এতিয়া নহয়। অলপ সময় বাকী আছে। সুযোগ বুজি পুনৰ আমাৰ দেখাদেখি হব। [ প্ৰস্থান ]

সংযুক্তা। অভিসম্পাত! দিল্লীৰ ওপৰত বিধাতাৰ অভিসম্পাত। [ প্ৰস্থান ]

দেৱী। দিলজান! তোক মই বৰ ভাল পাওঁ। ফটিকা ক'ত? মই মৰিলোঁ।—মই—ম—ৰি—লোঁ।— [ মৃত্যু ]

# চতুৰ্থ দৰ্শন

## প্ৰান্তৰ

[ সংযুক্তা আৰু দুজন সেনাৰ প্ৰৱেশ । ]

সংযুক্তা । উঠ, গছৰ ওপৰত উঠ ।

১ম সে । ( গছৰ ওপৰত উঠে । )

সংযুক্তা । দেখিছনে ?

১ম সে । দেখিছোঁ ।

সংযুক্তা । চিনি পালি কিদৰে ? কি কৰি আছে ?

১ম সে । এটা টিলাৰ ওপৰত বহি আছে ।

সংযুক্তা । মাৰ, ঠিককৈ মাৰ, যাতে ব্যৰ্থ নহয় । মাৰ, সোণকালে মাৰ ।

১ম সে । ( কাড় মাৰে ) ঠিক মাৰিছোঁ । বুকু বিন্ধি গাত সোমাইছেগৈ । টিলাৰ ওপৰৰ পৰা বাগৰি মাটিত দীঘল হৈ পৰিছে মহাৰাণী !

সংযুক্তা । এতিয়া নামি আহ ।

১ম সে । কওক, এতিয়া কি আদেশ ?

সংযুক্তা । অলপ পৰ ৰ । মই সেই টিলাটোত উঠি এতিয়া কি কৰিছে চাই আহোঁ । [ প্ৰস্থান । ]

১ম সে । কি বোল ঐ ! একেপাট কাড়তে বগৰালোঁ বাপেকে ।

২য় সে । বৰ বীৰত্বৰ কাম কৰিলি বোপাই ! দ্ৰৌপদীৰ সয়ম্বৰত এই

অব্যাৰ্থ শৰ পৰিচালনাৰ পুৰস্কাৰ স্বয়ং দ্ৰৌপদীকে পাইছিলেন। কিন্তু, এতিয়া যে কলিকাল! ঘোৰ কলিকাল।

১ম সে। ঠিক কৈছ। আজিকালি মানীক মান কৰোতো, গুণীৰ গুণৰ মোল বুজি শলাগ লওঁতা মানুহ নাই বুলিলেই হয়।

২য় সে। সেইজন আকৌ কোন? সাইলাথ যমৰজা!

[ জয়চাঁদৰ প্ৰবেশ। ]

জয়। পাষণ্ডহঁত! কেলেই সেই কাম কৰিলি? আঁৰত লুকাই থাকি মীৰখাঁক হত্যা কৰিলি? কোনে সেই কাম কৰিছ ঠিক কথা ক?

১ম সে। হুজুৰ! আল্লাৰ দোহাই! মই তেনে কাম কৰা নাই। হুজুৰ! আমাৰ মা বাপ [ কঁপে ]।

২য় সে। মিঞা চাহেব! ম—ই কে—ভি য়াও তে তে—নে—কা কাম —ক—কৰা—না নাই শ্ৰী—কৃ—কৃষ্ণৰ ক—ক কছম। দোৰ মা মা—মাপ —কৰ—ক কৰক।

জয়। ঠিক কথা ক কুকুৰহঁত। নহলে এতিয়াই হাতে হাতে তাৰ সমুচিত প্ৰতিফল পাবি। ঠিক কথা ক, কাৰ দ্বাৰা সেই জঘন্য কাম কৰা হৈছে? [ সংযুক্তাৰ প্ৰবেশ। ]

সংযুক্তা। মোৰ দ্বাৰা দেউতা! আপোনাৰ হতভাগিনী কন্যা সংযুক্তাৰ দ্বাৰা। ই কেতিয়াও জঘন্য কাম নহয়—পৰম পবিত্ৰ কাম। আপোনাৰ বাহুত যদি বল আছে—হৃদয়ত যদি শক্তি আছে, তেন্তে মোক তাৰ সমুচিত দণ্ড দিয়ক। এই সৈন্য দুটা সম্পূৰ্ণ নিৰ্দ্দোষ। যা। [ সৈন্যৰ প্ৰস্থান। ]

জয়। সংযুক্তা? মোৰ কন্যা সংযুক্তাৰ দ্বাৰা এই কাম?

সংযুক্তা। ঠিক অনুমান।

জয়। তই ইয়াত কিয়? ইয়াত তোৰ প্ৰয়োজন কি সংযুক্তা?

সংযুক্তা। আপুনি ইয়াত কিয়? আপোনাৰ প্ৰয়োজন কি মোক আগেয়ে জানিব দিয়ক।

জয়। ছি, ছি, সংযুক্তা! তই মোৰ নাক কাটিলি! শত্ৰুক মালা দি বৰিলি। এতিয়া আকৌ যুদ্ধক্ষেত্ৰত বেঙ্গাদি কৰিবলৈ আহিছ?

সংযুক্তা। দেউতা! এই কথা উচ্চাৰণ কৰোঁতেও আপোনাৰ জিভা খহি পৰা নাই? দেশবৈৰীৰ লগত যোগ দিওঁতেও দেহৰ পৰা প্ৰাণ ওলাই যোৱা নাই? বৰ আচৰিত! আপোনাৰ লগত কথা কোৱাই মহাপাপ। আপুনি মুচলমানৰ আজ্ঞাবহ ভৃত্য। মই স্বাধীনা ৰাজপুত-নাৰী। আপোনাৰ লগত মোৰ কথা কোৱাৰ প্ৰয়োজন কি? শত্ৰুৱে শত্ৰুৰ কেৱল তেজ বিচাৰে। মই যে আপোনাৰ শত্ৰু দেউতা! আপুনিও মোৰ শত্ৰু। তৰোৱাল খুলি লওক। তৰোৱালেৰে অপত্য স্নেহৰ বিমল অমিয়া ঢালি দিয়ক। ময়ো তৰোৱালেৰে তাৰ প্ৰতিদান দিওঁ।

জয়। ক্ষান্ত হ অবোধ বালিকা!

সংযুক্তা। কেতিয়াও ক্ষান্ত হব নোৱাৰোঁ। উলিয়াওক। তৰোৱাল উলিয়াওক—

জয়। মোৰ তৰোৱালৰ ভীষণ আঘাত তই কিদৰে সহ্য কৰিবি অবোধ বালিকা?

সংযুক্তা। সেই কথা আপোনাক কেলেই লাগিছে? মই মোৰ কৰ্ত্তব্য কৰিম। আপুনিও আপোনাৰ কৰ্ত্তব্য কৰক। কৰ্ত্তব্য অৱহেলা কৰা মহাপাপ। চোৱা, সকলোৱে চোৱা,—পিতৃ আৰু কন্যাৰ যুদ্ধৰ দাৰা প্ৰেম-আলিঙ্গন। দেউতা! আপুনি যে অপ্ৰস্তুত? আপুনি ভীৰু নেকি? আপুনি কাপুৰুষ নেকি? আপোনাৰ শৰীৰত তেজৰ চলাচল নাই নেকি? মই ৰাজপুত-বালা— মই যে নিৰ্ভীকা!

জয়। সাৱধান অবোধ বালিকা! মজা পাবি। দুৰ্গ সিংহক আক্ৰান্ত কৰি তোমাৰ প্ৰতিফল পাবি। ধৰ, অস্ত্ৰ ধৰ।

[ যুদ্ধৰ উদ্যোগ। সমৰসিংহৰ প্ৰৱেশ। ]

সমৰ। লাজ লগা নাইনে মহাৰাজ জয়চাঁদ? এজনী দুৰ্ব্বলা ছোৱালীৰ লগত বীৰত্বৰ ভাওনা? নাৰীৰ আগত পুৰুষত্ব প্ৰকাশ? দিল্লীশ্বৰী! জননী! আপুনি সেই কাৰ্য্যৰ পৰা অৱসৰ লওক। এই বৃদ্ধই আপোনাৰ সলনি যুদ্ধ কৰি প্ৰাণ দিব।

সংযুক্তা। তথাস্তু বাপা! ভগৱান আপোনাৰ সহায় হওক। [ প্ৰস্থান। ]

সমৰ। সাৱধান দেশদ্ৰোহী! পাৰ যদি আত্ম-ৰক্ষা কৰ।

জয়। তয়ো সাৱধান বৃদ্ধ! [ যুদ্ধ কৰি কৰি প্ৰস্থান। ]

---

# পঞ্চম দৰ্শন

## দৃষদ্বতীৰ তীৰ—ৰণক্ষেত্ৰ

[ পৃথ্বীৰাজৰ প্ৰৱেশ। ]

পৃথ্বী। ক্ষন্তেকেতে ঘূৰি গল সমৰৰ গতি,
হেদেলি-ভেদেলি হই পৰিল বন্ধুৱা।
অশেষ নিপুণ সেনা পৰিল ৰণত।
দেৱীসিংহ নিৰুদ্দেশ,—ৰাজৰ্ষি নিহত
কৰ পৰা নাই হায় কিবা ফলাফল!
বিপক্ষৰ দল আজি কিনো শক্তিবান,—

শত শত যুদ্ধ-জনা পাকৈত বণুৱা
পঠিয়ালে নিমিষতে যমৰ নগৰী।
এনে শক্তি নাছিল আগেয়ে। আজি যেন
লাভ কৰি আচম্বিতে দৈৱী-শক্তি কিবা
পাইছে ইমান বল ! অথবা নিজেই
শ্মশানবাসিনী দেৱী নৃমুণ্ডমালিনী
প্ৰৱেশি শত্ৰুৰ গাত এফালৰ পৰা
হিন্দুসেনা কৰিছে সংহাৰ। তথাপিতো
অলপোকে বিচলিত নহয় কদাপি।
মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন
ছুটিব নিশ্চয় এটি কৰিম সাধন।
ভগৱান ! এয়েনে তোমাৰ ইচ্ছা ?
অপৰাধী প্ৰভু আমি কিবা অপৰাধে ?

নেপথ্যত। আল্লা হু আকবৰ !

পৃথ্বী। সেয়া শত্ৰু সৈন্যৰ ভীষণ কোলাহল। মই যে ভেনেই অকণশৰীয়া হলোঁ ! লগত সহায় কৰিবলৈ কেওঁ নাই। কোনো বিশ্বাসী বাপপুত নাই। আজি মৃত্যু মোৰ ধ্ৰুব-নিশ্চিত। আহক মৃত্যু—ভয় নকৰোঁ। বীৰৰ নিচিনাকৈ আলিঙ্গন কৰিম। মনত মাথোন আক্ষেপ বল—মোৰ মৃত্যুৰ লগে লগেই জন্মভূমি পৰাধীনা হব। সেই কথা ভাবিলে বুকু ফাটি যাব খোজে।

[ কুটুবৰ প্ৰৱেশ — লগত বন্দী জিল-দুৰ্জ্জায। ]

কুটুব। আজি মৃত্যুৰ কাৰণে প্ৰস্তুত হোৱা দিল্লীশ্বৰ !

পৃথ্বী। দিল্লীশ্বৰ প্ৰতি মুহূৰ্ত্তে মৃত্যুৰ কাৰণে প্ৰস্তুত।

ছৰ্দ্দাৰ। ৰাজা! মোক ইহঁতে এই দৰে বান্ধি দিছে। যাবলৈ নাই দিছে। তুই মুক যাবলৈ দে ৰাজা!

পৃথ্বী। তুমি যে বন্দী ছৰ্দ্দাৰ! ৰবা, মই যুদ্ধ কৰি যদি জিকিব পাৰোঁ। তেন্তে তোমাক মুকলি কৰি দিম। অস্ত্ৰ ধৰা সেনাপতি! মই প্ৰস্তুত।

[ ৰণবাদ্য বাজে। কুটুব আৰু পৃথ্বীৰাজৰ যুদ্ধ। ঘোৰী আৰু পুৰুষবেশী দিলজানৰ প্ৰবেশ। ]

দিল। ঘোৰী! যদি যুদ্ধ জিকিবলৈ ইচ্ছা আছে তেন্তে তুমিও একেলগে অস্ত্ৰ পৰিচালনা কৰা।

ঘোৰী। এজনক দুজনে দুফালৰ পৰা আক্ৰমণ কৰিম ? অসম্ভৱ!

দিল। কৰিব লাগিব। তুমি কি ন্যায়-যুদ্ধ কৰি ৰাজপুতৰ আগত তিষ্ঠিব আহিছা ? যদি জয় লাগে, তেন্তে মোৰ কথা শুনা। আৰু যদি পৰাজয় লাগে, তেন্তে তোমাৰ ইচ্ছামতে কাম কৰা। মই তোমাক হিত-কথা কৈছোঁ। যুদ্ধ কৰা। যুদ্ধ কৰা চাহবুদ্দিন!

ঘোৰী। অসম্ভৱ।

কুটুব। জাহাপানা! মই অকলৈ নোৱাৰিছোঁ। মোক সহায় কৰক— সহায় কৰক।

দিল। মোৰ কথা শুনা ঘোৰী! যুদ্ধ কৰা—প্ৰতিশোধ লোৱা। প্ৰথম বাৰ হিন্দুস্থান-জয়ৰ ব্যৰ্থ আক্ৰমণৰ প্ৰতিশোধ লোৱা। শত্ৰুৰ আগত যি মহত্ব প্ৰকাশ কৰিছা ঘোৰী! তাৰ নাম দয়া নহয়—ভীৰুতাহে। যুদ্ধ কৰা।

ঘোৰী। সেয়েই হওক।

[ ৰণবাদ্য বাজে। তিনিওৰো যুদ্ধ। পৃথ্বীৰাজ তাপৰি পৰে। ]

পৃথ্বী। ঘোৰী! অলপ দয়া কৰা। দুয়োজনে একে সময়তে আক্ৰমণ নকৰিবা। এজন এজনকৈ আক্ৰমণ কৰা।

জিল। কেলেই কৰিব? যদি ভয় পাইছা—ঘোৰীৰ ভৰিত পৰি প্ৰাণভিক্ষা কৰা। [ পুনৰ যুদ্ধ। পৃথ্বীৰাজৰ অস্ত্ৰ ভাঙে। ]

পৃথ্বী। ঘোৰী, মোৰ এটি অনুৰোধ পূৰ্ণ কৰা। এদিন তুমি নোখোজাকৈ মই তোমাৰ প্ৰাণভিক্ষা দিছিলো। আজি মই তোমাৰ ওচৰত প্ৰাণভিক্ষা খোজা নাই, কেৱল এটি সামান্য অনুৰোধ কৰিছো, পূৰ্ণ কৰা ঘোৰী! এজন এজনকৈ আক্ৰমণ কৰা।

জিল। শত্ৰুৰ কথালৈ কাণ নিদিবা চাহাবুদ্দিন। সোণালি সুযোগ। জয় নিশ্চিত। আক্ৰমণ কৰা।

ঘোৰী। শুন পৃথ্বীৰাজ। এতিয়া তোৰ অনুৰোধ ৰাখিবলৈ সময় নহয়। তেতিয়াই তোৰ আগত ভৱিষ্যৎ-বাণী কৰিছিলো—হিন্দুৰ আকাশলঙ্ঘা উদাৰতাই এদিন সৰ্ব্বনাশ কৰিব। এতিয়া আৰু আক্ষেপ কৰিলে কি হব? সেই ৰাক্ষসী মুহূৰ্ত্ত সমাগত হৈছে।

[ যুদ্ধ। অকলৈ পৃথ্বীৰাজ—আনকালে ঘোৰী, কুটুব। * * পৃথ্বীৰাজৰ পতন। ]

পৃথ্বী। প্ৰণাম ভাৰত-মাতৃ!
উৰি যায় প্ৰাণ-পক্ষী দূৰ দেশলই।
নাৰায়ণ! নাৰায়ণ! [ মৃত্যু। ]

ঘোৰী। কি কাম কৰিলোঁ কুটুব? হিন্দুস্থানৰ বীৰকেশৰীক অন্যায় যুদ্ধত হত্যা কৰিলো! মুচলমানৰ নামত কলঙ্ক সানিলো। ছি ছি! চাহাবুদ্দিনৰ কলঙ্ক চিৰকাললৈ যে বুৰঞ্জীত থাকিব!

[ জয়চান্দৰ প্ৰবেশ। ]

জয়। গতস্য শোচনা নাস্তি

ঘোৰী। বলা। [ কুটুব আৰু ঘোৰীৰ প্ৰস্থান। ]

জয়। হাঃ হাঃ হাঃ! [ প্ৰস্থান। ]

ছৰ্দ্দাৰ। হামাৰ ৰাজাক মাৰিলে! উস্ ভিলছৰ্দ্দাৰ কুচ কৰিব নাই কৰিব পাৰিলে! ৰাজা! ৰাজা [ মূৰ্চ্ছা। ]

[সংযুক্তাৰ প্ৰৱেশ। ]

সংযুক্তা। জয় পৃথ্বীৰাজৰ জয়।

দিল। ( ছদ্মবেশ গুচাই ) বাঃ পৃথ্বীৰাজৰ জয়!

সংযুক্তা। কোন তই দাইনী! এনেদৰে অমঙ্গল সূচনা কৰিছ কিয়?

দিল। এবাৰ তলৰফালে চোৱাচোন। তোমাৰ পৃথ্বীৰাজ দাঁত নিকটাই পৰি আছে।

সংযুক্তা। ইকি! পৃথ্বীৰাজ প্ৰাণেশ্বৰ মোৰ!
মৰণ বৰণ কৰি মুদিলা নয়ন
আদৰিলা অমৰ জীৱন।
হায় আজি সুমাল হিন্দুৰ নাম!
মৰিশালি হল আজি দিল্লী-ৰাজধানী।
প্ৰাণেশ্বৰ! স্বামী মোৰ বীৰেন্দ্ৰ-কেশৰী!
মাৰ গলা এৱতৰা মেঘৰ আঁৰত!

দিল। এতিয়া আৰু কেঁকুৰিলে কি হব? যোৱা, আন এজনক মনোনীত কৰি লোৱাগৈ। হাঃ হাঃ!

সংযুক্তা। কোন তই পিশাচী? মোৰ স্বামীৰ শয্যাৰ কাষত এইদৰে পৈশাচিক হাঁহি মাৰি আনন্দ কৰিছ?

দিল। তৰোৱাল হাতত লোৱা। মই কোন চিনাকি পাবা।

সংযুক্তা। তৰোৱালৰ লগত মোৰ আৰু একো সম্বন্ধ নাই নাৰী! ই যে মোৰ পৰম পবিত্ৰ তীৰ্থ-ভূমি। যত মোৰ স্বামীৰ পবিত্ৰ শৰীৰ ধূলিৰ ওপৰত বাগৰি আছে, সেই পবিত্ৰ স্থান কলুষিত কৰা উচিত নহয়!

জিল। মই যে তোমাৰ স্বামীৰ হত্যাৰ কাৰণ। পাৰা যদি মোক হত্যা কৰি তাৰ প্ৰতিশোধ লোৱা।

সংযুক্তা। হত্যাৰে হত্যাৰ প্ৰতিশোধ লব নোৱাৰি। ক্ষমাৰে মই তাৰ প্ৰতিশোধ ললো। মই তোমাক হত্যা কৰিলে মোৰ স্বামীৰ প্ৰাণ উলটি নাহে।

জিল। তেন্তে মই ইয়াৰ পৰা যাওঁ। ইয়াত মোৰ কাৰ্য্যসিদ্ধি হোৱাৰ আশঙ্কা নাই। [প্ৰস্থান।]

সংযুক্তা। পৃথ্বীৰাজ! স্বামী মোৰ! অভাগিনীৰ বুকুৰ মাণিক! মোক এৰি ক'লৈ গলা? এবাৰ উলটি চোৱাঁ প্ৰাণনাথ! ভাৰত শ্মশান হল। হিন্দুস্থান লুপ্ত হল। পৃথ্বীৰাজ! পৃথ্বীৰাজ প্ৰাণনাথ মোৰ!! [মূৰ্চ্ছা।]

---

## ষষ্ঠ দৰ্শন

### দিল্লী—অন্তেসপুৰ

[ ঘোৰী আৰু গিয়াছ। ]

ঘোৰী। গিয়াছ!

গিয়াছ। হুজুৰ! হুজুৰ!

ঘোৰী। কি ফুৰ্ত্তি! কি মৌজ!

গিয়াছ। আজবৎ হুজুৰ!

ঘোৰী। পিছে, তেওঁ সুন্দৰীতো?

গিয়াছ। অতি সুন্দৰী।

ঘোৰী। মুখখনি ?

গিয়াছ। পূৰ্ণিমাৰ জোনটিৰ দৰে।

ঘোৰী। চকুযুৰি ?

গিয়াছ। হৰিণীৰ দৰে।

ঘোৰী। নাকটি ?

গিয়াছ। তিল ফুলৰ দৰে।

ঘোৰী। গাল দুখন ?

গিয়াছ। দুপাহ ফুলি থকা গোলাপ ফুলৰ দৰে।

ঘোৰী। বেছ কথা ! চুলি কোচা ?

গিয়াছ। সাপৰ নেজৰ দৰে।

ঘোৰী। বেছ, আৰু নেলাগে ! ভাইৰ নামটি কি গিয়াছ ?

গিয়াছ। সং—যু—ক্—তা।

ঘোৰী। সংযুক্তা ! অতি বিভোপন ! কিন্তু লাভৰ উপায় ?

গিয়াছ। আপোনাৰ একৰকমে লাভ হল বুলিয়েই ধৰিব পাৰি। যুদ্ধতো জিকিলেই। পৃথ্বীৰাজে দাঁত নিকটালে। এতিয়া দিল্লী আপোনাৰ। কাজেই দিল্লীশ্বৰীও আপোনাৰ। দিল্লীৰ ৰাজপাট পালে যেতিয়া আৰু কি ভয় ? দিল্লীশ্বৰী সংযুক্তাকো অনায়াসে পাব। তাৰ পিছতে কেৱলচাহেৱা অৰ্থাৎ দিল্লীশ্বৰী সংযুক্তাৰ লগত জাহাপনা অৰ্থাৎ আপুনি যিজি দিল্লীৰ প্ৰমোদ-উদ্যানত ভোফা ! ভোফা !!

ঘোৰী। কিন্তু গিয়াছ ! হিন্দুৰ ছোৱালী মুচলমানৰ বশ কৰাটো টান। ইয়ান সহজতে কাম নহয়। হিন্দুনাৰী বৰ একাচেকা। যদি সহজতে বশ নেমানে তেন্তে কি কৰিম ?

গিয়াছ। আগে কাকূতি-মিনতি কৰি পাৱে পৰি ধৰি। তাতে তাতে নহলে কাজ, জোৰ জবৰদস্তি কৰি।

ঘোৰী। নহয়, সেইজবে হব নোৱাৰে।

গিয়াছ। কেলেই নোৱাৰিব? আমাৰ মুচলমান মাইকীকহে জুলোৱা চান। তাৰ প্ৰমাণ গিয়াছুদ্দিনে গাতে পাইছে।

ঘোৰী। কেনে?

গিয়াছ। তাৰ আগেয়ে মোক ক্ষমা কৰিম বুলি কওক জাহাপনা।

ঘোৰী। কৈছোঁ। বাৰু ক্ষমা কৰিম।

গিয়াছ। তেন্তে শুনক— আজি বহুদিন আগেয়ে লোভত থাকিব নোৱাৰি একেবিমান জাহাপনাৰ এবা-বস্ত্ৰ খাব খুজিছিলো। খাবছো নেপালোঁৱেই। তাৰ বটা বকছিছ তালকৈয়ে পালোঁ।

ঘোৰী। তালকৈ ভাঙি ক গিয়াছ।

গিয়াছ। জাহাপনাৰ দিলজান নামেৰে যে এজনী বান্দী আছিল মনত পৰেনে?

ঘোৰী। কতা? নগৰে দেখোন। ক, তাৰ পিছত?

গিয়াছ। সি হৈছে প্ৰথম বাৰ ভাৰত-আক্ৰমণ কৰাৰ সময়ৰ কথা। আমাৰ শিবিৰত খুব নাচ-গান চলিছে। এনে সময়তে বাহিৰৰ পৰা হেন্দু সেনাই কৰিলে আক্ৰমণ। দিলজানক এৰি থৈ জাহাপনাই মাৰিলে লৰ। মই ভাবিলোঁ আজিহে আজি। জাহাপনাই কেনে বস্তু খায় পৰীক্ষা কৰি চোৱা হক। এই বুলি তাইৰ চাতথনত ধৰিছোঁ। মাহখোন— নকব জাহাপনা! সি টেটুকালা চিঁৰ লগাই দিলে।

ঘোৰী। অ, মনত পৰিছে সেই দিলজান। এতিয়া বা তাই ক'ত?

[দিলজানৰ প্ৰবেশ।]

দিল। দিলজান জীয়াই আছে ঘোৰী! মৰা নাই। মৰে সেই দিলজান।

ঘোৰী। অসম্ভৱ! দিলজান মৰিছে।

দিল। কোনে কয় দিলজান মৰিছে? দিলজানে যে মৃত্যুক জয় কৰিছে।

ঘোৰী। থাকিব পাৰে—দিলজান জীয়াই থাকিব পাৰে। কিন্তু ঘোৰীৰ দিলজান যে জীয়াই নাই!

দিল। তেন্তে মই কাৰ দিলজান?

ঘোৰী। মই কব নোৱাৰোঁ।

দিল। কব নোৱাৰিলে কেনেকৈ হব? মই জানো—মই চাহাবুদ্দিন ঘোৰীৰ।

ঘোৰী। নহয়। কেতিয়াও নহয়। মই আৰু তোক গ্ৰহণ কৰিব নোৱাৰিম।

দিল। আজি তুমি ইমান নিষ্ঠুৰ কিয় চাহাবুদ্দিন? আজি তোমাৰ চকুত মোৰ প্ৰতি সেই বিষ-দৃষ্টি কিয়? তোমাক যে মই বৰ ভাল পাওঁ চাহাবুদ্দিন! তোমাক পাবৰ কাৰণেই মই নাৰীৰ অসাধ্য কাম কৰিছোঁ। ঠেকত পেলাই দিল্লীৰ সেনাপতি দেৱীসিংহক নিজহাতে হত্যা কৰিছো। লাগে যদি—চাব পাৰা তাৰ প্ৰমাণ। চোৱা, এতিয়াও মোৰ হাতত তাৰ তেজৰ চেকা লাগি আছে। তোমাক উত্তেজিত কৰি পৃথ্বীৰাজক বধ কৰাইছো। বোধকৰোঁ সেই কথা-তুমি পাহৰা নাই। মোৰ সাধ্য অনুসৰি তোমাক সহায় কৰিছো! নহলে যে তোমাৰ হিন্দুস্থান-বিজয়ৰ আশা সপোনত পৰিণত হলহেতেন!

ঘোৰী। মই তাৰ পুৰস্কাৰ দিবলৈ ৰাজি আছো। তোক যি লাগে তাকে দিম। ক কি লাগে?

দিল। তোমাৰ বাহিৰে আন একো নেলাগে।

ঘোৰী। মই যে তোক আৰু গ্ৰহণ কৰিব নোৱাৰিম। তই আৰু যাগৈ কে

ইচ্ছা তাৰ কাষলৈ যাব পাৰ। এই যে গিয়াছ আছে, কুতুব আছে, বখ্তিয়াৰ আছে, ইচ্ছামতে যেই সেই এজনক বাছি ল, মই বাধা নিদিওঁ।

দিল। (চকুলো টুকি) চাহাবুদ্দিন! মই যে বৰ আশা কৰি তোমাৰ ওচৰলৈ আহিছো?

খোৰী। মই কি কৰিম দিলজান? মই যে প্ৰতিজ্ঞাবদ্ধ। আকাশৰ পৰা চন্দ্ৰ-সূৰ্য্য খঁহি পৰিলেও মোৰ কথাৰ লৰচৰ নহব। মই তোলৈবে কৈছো—মোৰ আশা পৰিত্যাগ কৰ। তাৰ বাহিৰে তোক যি লাগে এই গিয়াছৰ আগত কৈ পঠিয়াবি। দিবলৈ মান্তি আছো। মই এতিয়া যাওঁ। [ প্ৰস্থান। ]

দিল। উস! ইমান দূৰ? ইমান দূৰ চাহাবুদ্দিন? তোৰ উপকাৰ চিন্তা কৰাৰ এই পৰিনাম? খোদা! তোমাৰ ইমান ধুনীয়া দুনিয়া কি ইমান বিভৎস? উস্ বৰ অসহনি! উপকাৰীৰ মূৰত এই অজগৰৰ খোট! ইমান ছয়তানি খেলা? ছয়তান! চাৰিওকালে কেৱল ছয়তান! মই আৰু ইয়াত নেথাকোঁ। ছয়তানৰ মাজত নেথাকোঁ। [ আত্মহত্যা। ]

গিয়াছ। কি কৰিলি দিলজান? আত্মহত্যা কৰিলি? সৰ্ব্বনাশ কৰিলি? মোৰ আশাৰ ভিখাচন মাৰিলি? চাওঁ। [ নৰাই চাই ] সঁচাকৈয়ে মৰিল। ইমান সোণকালে মৰেনে? দিলজান! এতিয়াই যে তই কথা কৈছিলি? এক মুহূৰ্ত্ততে জানো মানুহৰ মৃত্যু হয়? নাই, কেতিয়াও হব নোৱাৰে। হাৰামজাদীয়ে ফাকি জুৰিছে। (আকৌ নৰাই চাই) নাই, সঁচাকৈয়ে। নাকত যে নিশ্বাস নাই! গাটো বৰফৰ পৰা শিলৰ নিচিনা সেক-দেখিয়া চেঁচা! উঃ উঃ (কান্দে) দিলজান! দিলজান! তই কিয় মৰিলি? জাহাপনা! তোমৰ খোৰে দিলজান মৰিল ঐ! আমাৰ কপাল পুৰিল ঐ! উঃ উঃ জাহাপনাক খবৰ দিব লাগিল। যাওঁ। উঃ উঃ (কান্দি কান্দি প্ৰস্থান)

---

# সপ্তম দৰ্শন

## দিল্লী—ৰাজপথ

[ গীত গাই গাই এজন বৰাগীৰ প্ৰবেশ । ]

বৰাগী। —গীত—

আহাহে জননী চিৰ-অভাগিনী লাঞ্ছিতা ভাৰত-আই !
কান্দো একলগে জননী-সন্তানে, ইটিয়ে সিটিক চাই ।
আছিলা স্বাধীনা, হলা পৰাধীনা, এনেহে কপাল হায় !
হিয়াৰে যাতনা, বুকুৰে বেদনা, দেখি প্ৰাণ ফাটি যায় ।
দুষ্ট বিধতাই লেখিলে ইদৰে কপালত কলা দাগ —
কালি বিশ্বৰাণী, আজি ভিখাৰিণী, দুৰ্ভাগ্যই দিলে লাগ !
জানানি আছিলা সভ্যতাৰ তুমি গৌৰৱৰ কেন্দ্ৰস্থল,
কাৰেঙত কালি সুখেৰে আছিলা, আজি যে গছৰ তল !
শুভ্ৰ-সাম্ৰাজ্যত ভূষিছিলা কালি সৰজি আকাশী-ধাম
পাইছিলা তুমি সমাজো আগতে বিশ্বজনৰ শ্ৰেষ্ঠ মান !
গিৰি-গহ্বৰত উঠিছিল বাজি পবিত্ৰ বেদৰ গান ;
পৰিত্ৰাণমণ্ডিত ভাৰতবৰিৰ ! তুমিয়ে যে হিন্দুস্থান ।

তাহানি ভুমিয়ে পৃথিবীৰ স্বৰ্গ, জ্ঞান-গৰিমাৰ স্থল—
পুণ্যময়ী বঙ্গ তোমাৰ জননী! আজিহে শ্মশান হল!
কান্দিছে হৃদয়ে দেখি তোৰ দশা, মোৱাবেঁ। থাকিব চাই ;
হলি পৰাধীনী চিৰ অভাগিনী, অ' মোৰ ভাৰতী আই!

[ ৰবাণীৰ প্ৰস্থান। কুটুবৰ প্ৰৱেশ। ]

কুটুব। সৌৱা পশ্চিমত সূৰ্য্য অস্ত যায়। তাৰ লগে লগে হিন্দুস্থানত হিন্দুৰ গৌৰৱ-সূৰ্য্যও চিৰকাললৈ অস্ত যায়। আজিয়েই হিন্দুৰ ৰাজ্যভোগৰ যৱনিকা। এইবাৰ মুচলমান! হজৰৎ মোহাম্মদৰ প্ৰিয় শিষ্যসকল! তোমা-লোকৰ মূৰত হিন্দুস্থানৰ ৰাজছত্ৰ। অৰ্থলোলুপ ভজনিষ মামুদ, দিগ্বীজয়ী ঘোৰীৰ দাৰা এই কাম হব নোৱাৰে। কুটুবুদ্দিন! প্ৰস্তুত হ। তয়েই সেই পোন-প্ৰথম গৌৰৱৰ অধিকাৰী হব লাগিব। হিন্দুস্থানত ৰাজত্ব কৰি—এক দাস-ৰাজবংশৰ প্ৰতিষ্ঠাতা হৈ—তোৰ সোণৰ সপোন দিঠকত পৰিণত কৰিব লাগিব। যুগযুগান্তৰ জিলিকি থাকিব তোৰ বিজয়-স্তম্ভ—কুটুব-মিনাৰ। খোদা! তোমাৰ মৰ্জ্জি লাগে।　　　[ প্ৰস্থান। ]

# অষ্টম দৰ্শন

## দিল্লী—শ্মশান

[ চিতাৰ জুই জ্বলিছে। চিতাৰ কাষত সালঙ্কৃতা সুসজ্জিতা সংযুক্তা। ভিলছৰ্দ্দাৰ, নাগৰিক পুৰাঙ্গনা সকলো চিন্তামগ্ন। ]

সংযুক্তা। এই অগ্নিয়েই মোৰ প্ৰভুক কোলাত লবলৈ পাই ধন্য মানিছে। ময়ো এই অগ্নিৰেই কোলাত আশ্ৰয় লব লাগিব। অগ্নিদেৱ! এই অভাগিনীক ঘিণ নকৰিবা। মোৰ প্ৰাণৰ দেৱতাক যিদৰে মৰম চকুৰে চাইছা সেইদৰে মোকো তোমাৰ অসীম স্নেহৰ পৰা বঞ্চিত নকৰিবা।

ছৰ্দ্দাৰ। ৰাণী! তুই মৰিব নাই লাগে। তুই ৰাণী হৈ থাকিবে। হামি তুক হৃদায় পূজা কৰিবে। ৰাজা ৰাণী দুইটা হামাক এৰি গলে, হামি ভিলছৰ্দ্দাৰ কিদৰে থাকিবে? হামি যে বৰ বেয়া পাইছে ৰাণী!

সংযুক্তা। কি কৰিম ছৰ্দ্দাৰ! কপালৰ লিখন খণ্ডন নেযায়। ছৰ্দ্দাৰ! প্ৰজাসকল! বন্ধুসকল! স্নেহৰ নগৰীসকল! মোৰ কাৰণে বেজাৰ নকৰিবা। মৃত্যু নিশ্চয় যেতিয়া—আজি, কালি, নতুবা পৰহি যেনেতেনে মৃত্যুৰ অধীনতা স্বীকাৰ কৰিবই লাগিব। সংসাৰত মোৰ আৰু প্ৰয়োজন নাই। শৰীৰৰ অৰ্দ্ধাঙ্গ নাই যেতিয়া, বাকী অৰ্দ্ধাঙ্গ থাকিলে কি হব? বিধতাৰ ইচ্ছাই পূৰ্ণ হওক। বিধতাৰ লিখনমতে হিন্দুৰ ৰাজভোগ উকলি আহিছে। মোৰ স্বামীৰ মৃত্যুৱেই সূত্ৰপাত। আজি কেৱল দিল্লী পৰাধীনতা শিকলিৰে শৃঙ্খলাবদ্ধ। সমগ্ৰ হিন্দুস্থানৰ কপালতো এই একে লেখন। মই তাক বেছকৈ

বুজিব পাৰিছোঁ। তোমালোক সকলোৱে ভবিব খুলি মুকুত দৈ গ্ৰহ এতিয়া যাওঁ। সৌ আনন্দধামলৈ যাওঁ—য'ত মোৰ প্ৰিয়জনে বিৰহত আজাত অস্থিৰ হৈছে,—য'ত মোৰ প্ৰাণৰ অন্ধৰ কৰাইদেখে বহুদিন মোক দেখেখি চকুলো টুকিব ধৰিছে, সেই বৈজয়ন্তীধামলৈ যাওঁ। বিদায় স্বদেশ! বিদায় স্বদেশবাসী! বিদায় স্বদেশৰ তৰু-লতা! বিদায় স্বদেশৰ পবিত্ৰ মাটি-পানী-বায়ু!

[ জয়চান্দৰ প্ৰবেশ। ]

জয়। নৱবিবি সংযুক্তা! এতিয়াও তোৰ জীয়াই থাকিবলৈ বহুত দিন আছে। মৰিব পৃথ্বীৰাজ কোনো কথা নাই। মোৰ লগত চিৰকাল তই সুখেৰে থাকিবি আই!

সংযুক্তা। কোন তই? মোৰ পবিত্ৰ কামত বাধা দিলিহি? চাৰিওকালে ধুৱলিকুঁৱলি দেখিছোঁ।

জয়। আই সংযুক্তা! মই তোৰ দেউতাৰ কনৌজৰাজ জয়চাঁদ।

সংযুক্তা। আপুনিতো আজি কনৌজৰাজ নহয় দেউতা! আপুনি যে ঘোৰীৰ দাস। আপোনাৰ মনত আজি পৰম আনন্দ নহয়নে? চাওক— দিল্লী পৰাধীনা হল। হিন্দু মুচলমানৰ গোলাম হল। আপোনাৰ যোঁৱাই অগ্নিৰ শীতল কোলাত। আপোনাৰ মৰমৰ সংযুক্তাও সেই পথৰে যাত্ৰী। দিল্লী শ্মশান হৈছে। ঘৰে ঘৰে চিতাৰ জুই জ্বলিছে। চাওকচোন দেউতা! হেপাঁহ পলুৱাই চাওকচোন। আজি আপোনাৰ বহুদিনীয়া অভিলাষ পূৰ্ণ হৈছে। যাওক, ইয়াত কি চাবলৈ আহিছে? চাহাবুদ্দিনক ভৰিত ধৰি আনি দিল্লীৰ সিংহাসনত বহুৱাই ইহ-জন্ম সাৰ্থক কৰকচোন দেউতা!

জয়। হোৱা কথা হৈ গৈছে। তাৰবাবে আৰু আক্ষেপ কৰিলে কি হব আই? বল, মোৰ কনৌজলৈ বল। আৰু সুখেৰে থাকিব পাৰিবি।

সংযুক্তা। বাঃ! মই কনৌজলৈ গৈ ৰাজপটেশ্বৰী হব পাৰিম! আপোনাৰ বিধবা কন্যাক এনে কথা কবলৈ লাজ লগা নাইনে দেউতা? আপোনাৰ লগত মোৰ আৰু কথা পাতিবৰ ইচ্ছা নাই। তথাপি তুমাৰ কৈ যাওঁ—বালীলৈ যিপাট শব, সুগ্ৰীৱলৈকো সেই পাট শব। আপুনি ভাবিছে নেকি দেউতা! যে মুচলমানে দিল্লী লৈয়েই ক্ষান্ত থাকিব? দিল্লীত খুটি পুতি ললে মাথোন। ঈশ্বৰে নকৰক—আপোনাৰ কনৌজৰো এই একে দশা হব।

জয়। মই তোৰ উপদেশ শুনিবলৈ ইয়ালৈ অহা নাই সংযুক্তা!

সংযুক্তা। তেন্তে কি কৰিবলৈ আহিছে? মোৰ মৃত্যু চাবলৈ আহিছে নেকি? জী-জোঁৱাইৰ মুথাগ্নি কৰিবলৈ আহিছে নেকি? নাই—নহয়। মই আৰু আপোনাক বেজাৰ নিদিওঁ। কি কৰিম দেউতা? মই আপোনাৰ অনুৰোধ ৰাখিব নোৱাৰি নিতান্ত দুঃখিত।

[ ঘোৰী আৰু গিয়াছৰ প্ৰৱেশ। ]

ঘোৰী। মহাৰাজ জয়চাঁদ! এইখন আকৌ কি? সেয়া কিহৰ জুই?

জয়। এই অগ্নিয়েই দিল্লীশ্বৰ পৃথ্বীৰাজক দাহন কৰিব ধৰিছে।

ঘোৰী। তেন্তেই নোক দিল্লীৰ পটেশ্বৰী?

গিয়াছ। ঠিক ধৰিব পাৰিছে জাহাপনা!

ঘোৰী। বেছ সুন্দৰ ৰূপ—উজ্জ্বল জ্যোতি!

গিয়াছ। একো কথা নাই জাহাপনা! যয়ে আপোনাৰ সলনি কাম কৰিম। হে সুন্দৰী! তুমি সেইদৰে আত্মঘাতী হৈ নমৰিবা। চোৱা, এই লোভৰ সংসাৰ—তাতে তোমাৰ পোনৰ যৌৱন—অনিন্দ্য ৰূপ। হৃদয়ত জানো আপো আশা-অভিলাষ নাই?

জয়। গিয়াছুদ্দিন! তাই মোৰ কন্যা।

গিয়াছ। সেয়ে হলে আৰু সন্তোষৰ কথা। মহাৰাজ! আপোনাৰ সম্মান

ভাগ্যবান পুৰুষ সংসাৰত কেইজন আছে? আপুনি জাহাপনাৰ শহুৰ হ'ব। আপোনাৰ কন্যা জাহাপনাৰ প্ৰধান বেগম হ'ব!

জয়। চুপ কৰ পামৰ!

সংযুক্তা। শুনিছে দেউতা! আপুনি দেশবৈৰীৰ সহায়তা কৰি কি ভীষণ ভুল কৰিছে—এতিয়াতো বুজিব পাৰিছে? শুন মুছলমান! তইঁতে পূৰ্ব্বজন্মৰ তপস্যাৰ ফলত আজি হিন্দুস্থান জয় কৰিছ সঁচা, কিন্তু নিশ্চয়কৈ জানিবি—ৰাজপুত ৰমণীৰ হৃদয়-ৰাজ্য জয় কৰিবলৈ এতিয়াও বহুত দিন পলম আছে। দেউতা! মোৰ মূৰত আপোনাৰ পদধূলি দিয়ক।

জয়। সংযুক্তা! মই তোৰ দেউতাৰ নহওঁ। তই দেৱী—মই পিশাচ।

[সংযুক্তাই সাত বাৰ প্ৰদক্ষিণ কৰি অগ্নিত প্ৰবেশ কৰে। ]

ঘোৰী। মহাৰাজ! মই হিন্দুস্থান জয় কৰিবলৈ আহি আজি কিমান যে নতুন বস্তু দেখিছো, কিমান যে নতুন কথা শিকিছো, কিমান যে নতুন শিক্ষা পাইছো, তাৰ সীমা-সংখ্যা নাই। এই যে আপোনাৰ কন্যা সংযুক্তা—তাই কিহেৰে নিৰ্ম্মিতা—মই একো গম ধৰিব পৰা নাই। তাইক কি বুলিম? কনৌজৰ ৰাজকুঁৱৰী, দিল্লীৰ পাটেশ্বৰী, স্বৰ্গৰ এখনি কনক-প্ৰতিমা, নে সপোন-সৰোবৰত ফুলি থকা ফুল এপাহ? বীৰাঙ্গনা সংযুক্তা আৰু বীৰকেশৰী পৃথ্বীৰাজৰ চিতাভস্ম! লোৱা, অনুতপ্ত চাহাবুদ্দিনৰ অশ্ৰুজলৰ তৰ্পণ লোৱা। অভিশাপ নিদিবা। আস্মানত থাকি আজি তোমালোকে মোক অভিশাপ নিদিবা। এই হিন্দুস্থান-বিজয়ত আজি চাহাবুদ্দিনৰ একো গৌৰৱ নাই।

জয়। ভুল, চাহাবুদ্দিন! ভুল। তোমাৰ একো দোষ নাই। সকলো দোষ এই দেশদ্ৰোহী জয়চাঁদৰ। তুমি তোমাৰ কৰ্ত্তব্য কৰিছা। নিজ বাহুবলেৰে হিন্দুস্থান বিজয় কৰি জাতিৰ সন্মান ৰাখিছা। ইছলামৰ বিজয়ধ্বজা উৰুৱাইছা। কিন্তু, মই কৰিছো কি? জাতিৰ বিৰুদ্ধে, জাতিৰ বিৰুদ্ধে, স্বদেশৰ বিৰুদ্ধে

ষড়যন্ত্ৰ কৰি নিজৰ ঘৰত জুই জ্বলাই দিছো। সোণৰ ভাৰতভূমি শ্মশান কৰি, জী-জোৱাইৰ ওপৰত, নিজৰ ওপৰত, দেশৰ ওপৰত, প্ৰতিশোধ লৈছো। ইয়াতকৈ আৰু বেছি কি কৰিব লাগে? সৌৱা চোৱা, মোৰ নিমিত্তে নতুন নৰক তৈয়াৰ হৈছে। অনন্তকাল তাতে গৈ পচিব লাগিব। জয়চাঁদ! জয়চাঁদ! নাই—সেই পুণ্যাত্মা কনৌজৰাজ জয়চাঁদ সংযুক্তাৰ সয়ম্বৰৰ দিনাই মৰিছে। মই কোন জানা? জয়চাঁদ নহয়—সেই জয়চাঁদৰ প্ৰেতাত্মা মাথোন। হাঃ হাঃ হাঃ! [ পৰি যায় ]

# আঁৰ কাপোৰ

# সঙ্গীত-সূচী

# দৃশ্য-সূচী

প্রস্তাবনা—ভারতমাতা, বালক-বালিকাসকল।

## ১ম অঙ্ক

১ম দর্শন—অনঙ্গপাল, জয়চাঁদ, পৃথ্বীরাজ, ভীমছা।

২য় দর্শন—সংযুক্তা, বিজয়া, সখীসকল, বিজয়সিংহ।

৩য় দর্শন—পৃথ্বীরাজ, দেবীসিংহ, ভীমছা, প্রহরী, সমরসিংহ।

৪র্থ দর্শন—অজয়সিংহ, সংযুক্তা, জয়চাঁদ।

৫ম দর্শন—বিজয় আর অজয়।

৬ষ্ঠ দর্শন—পৃথ্বীরাজ, ভীম, দেবী, জয়চাঁদ, সমর, বিজয়, অজয়, কবদ, মিত্র, সামন্ত রাজা, চারণ, সম্‌যুক্তা।

## ২য় অঙ্ক

১ম দর্শন—ঘোরী, দিলজান, সিরাজ, সমর, সেনা।

২য় দর্শন—দেবী, কুটুব, সমর, ঘোরী, অজয়, পৃথ্বী।

৩য় দর্শন—সংযুক্তা, বিজয়া, অজয়, পৃথ্বী, দিলজান, সেনা।

৪র্থ দর্শন—ঘোরী আর পৃথ্বীরাজ।

৫ম দর্শন—জয়চাঁদ।

## ৩য় অঙ্ক

১ম দর্শন—জয়চাঁদ আর সম্‌যুক্তা।

২য় দর্শন—বিজয়, মোহনলাল, জয়চাঁয।

৩য় দর্শন—জিনসেনাবাস।

৪র্থ দর্শন—দেবী, জিনহর্ষায, দিলজান।